# সমাজ-কথা

শ্ৰীহৰিনাৰায়ণ দত্ত বৰুৱা



বেচ ।০ অনা ।

৺ চন্দ্ৰপ্ৰভাৰ

স্মৃতিৰ উদ্দেশ্যে

এই সংগ্ৰহ

১৪ শাওন ১৮৪৩ শক।

# নিবেদন—

বিদেশত ছপোৱাৰ কাৰণে ঠায়ে ঠায়ে কেইটামান ছাপা ভুলৰৈ গল; পাঠক পাঠিকা সকলৰ ওচৰত সেইবাবে ক্ষমা খুঁজিলোঁ।

হৰি

২৫—৮—২



# সমাজ-কথা।

## গোসাঁইৰ অপমান।

সেই দিনা আঘাৰৰ ২৫ তাৰিখ; জ্যোতিষীয়া পণ্ডিতসকলে কয় হেনো সেই বছৰৰ সেই মাহটো "মলমাস" অৰ্থাৎ আঘাৰ নহে হেনো চান্দ্ৰ মতে জেঠহে হব লাগে। যি দিনৰ কথা কৈছোঁ, সেই দিনা অমাবস্যা; দিনৰ দিনটো আকাশ মেঘে ঢাকি আছিল। পাঠক পাঠিকা সকল মোৰ কথা আজি উকা; কিয়নো যি কথা লিখিবলৈ ওলাইছোঁ, শুনিবলৈ ভাল হবৰ নিমিত্তে তাত অলঙ্কাৰ আদি লগাম দূৰত থাওক, আচল কথা খিনিকে উলিয়াবলৈ চাওঁতে চকুৰ পানীত কাগজ কেবা খনো বদলি নকৰি নোৱাৰাত পৰিছোঁ; আপনালোকক কাবৌ কৰিছোঁ উকা কথা বুলি ইয়াক ঘিণ নকৰিব। সেই দিনা সাজ বেলিকা চটোপা এটোপা বৰষুণো পৰিছিল; ৰাতি বৰষুণ নাই কিন্তু নীলা আকাশ সিদিনা ক'লা; তেওঁৰ গাত লোৱা নীলা থনীয়াখনৰ হীৰা ফুলবোৰো সিদিনা সৰি পৰিছিল।

মোক মাই মাতিলে "আই, আহ ভাত খাবৰ হ'ল।" মাইৰ আদৰৰ মাত শুনি মই আনন্দেৰে গ'লোঁ; আন দিনাৰ দৰে ৰঙেৰে ভাত্-পানী খালোঁ। ভাত খাই মোৰ শোৱনী কোঠাত সোমাই অলপ বহোঁতে পিতা-মাতাৰ কথা[illegible]তৰা মোৰ কাণত পৰিল। যিমানে তেওঁলোকৰ কথা শুনিলোঁ, সিমানেই শুনিবলৈ মোৰ আগ্ৰহ হ'ল। কিছু পৰৰ মূৰত তেওঁলোকৰ কথা শেষ হ'ল, মোৰো বুজিবলৈ একো বাকী নৰল। কথা শুনাৰ লগে লগে কিয় কব নোৱাৰোঁ মোৰ শৰীৰ অৱশ হ'ল, মুখেৰে মাত মাতিবৰ ইচ্ছা নোহোৱা হ'ল। এই সময়ত মই কত কেনে ভাবে কিমান সময় আছিলোঁ, সিও মোৰ মনত নাই, কেতিয়া কি বাবে মোৰ কোঠালিৰ লেম্পটো নোমালোঁ তাকো এতিয়া মোৰ মনত নপৰে। পাছত কটাৰী বিচাৰিলোঁ; কটাৰী নাপাই জৰী এডাল বিচাৰি বিচাৰি মোৰ মহৰীখনত ধৰি আজুৰিছোঁ। কেই হাতমান জৰী ওলাওঁতেই বাহিৰৰপৰা কোনোবা এজন মানুহ দুৱাৰ ভাঙি সোমোৱা মোৰ বোধ হ'ল। অলপ পাছতেই বুজিলোঁ আহিনীহে, আন কোনো নহয়। আহিনী ভিতৰ সোমাইয়েই কলে, "আই, তুমি সাৰ পোৱা নাই নে কি? বাপাটোৱে ইমান কান্দিছে? বাপাটোৰ হ'ল কি?" মই একো নামাতিলোঁ। তেতিয়া তাইৰ খং উঠিল; আৰু টান ভাবে 'আই, আই, বুলি মাতিব ধৰিলে।

মই তাইৰ ওচৰতে থিয়হৈ আছিলোঁ; তাই কেইবা বাৰো মাতাৰ পিছত মই উত্তৰ দিলোঁ—'হু'। মোৰ উত্তৰ শুনি তাইৰ আৰু খং

উঠিল আৰু কলে:—"তোমাৰ আই কি হৈছে মই কব নোৱাৰোঁ; মই ইমান মাতিলোঁ। অন্তত দুৱাৰ ভাঙিহে ভিতৰ সোমালোঁ। আৰু এতিয়াও দেখোঁ মাতকে নিদিয়া?" আহিনী এইদৰে কৈয়েই বাপাটোক বিছনৰপৰা তুলি কোলাত ললে কিন্তু সি তেতিয়াও কান্দিয়ে আছে, "কেনেই মাতিছ কলেহে জানো।" বুলি মই কৈ কেই খোজমান পিছ হুহঁকিলোঁ। মোৰ উত্তৰ শুনি তাই বাপাটোক কোলাত লৈয়েই দ্বীপশলা মাৰি লেম্পটো লগালে। তাই নানাপ্ৰকাৰ গীত গাই বাপাটোক জিত কৰিবৰ চেষ্টা কৰিলে কিন্তু পুনঃ পুনঃ চেষ্টা কৰাতো তাইৰ অভিলাষ পূৰ্ণ নহল; অন্ততঃ মোক কলে:—"আই, বাপাটোক পিয়াহ দিয়া; তেহে জিত হব।" অনিচ্ছা স্বত্বে মই মাধৱক কোলালৈ আনি পিয়াহ দিব ধৰিলোঁ। কি কথা কব নোৱাৰোঁ। মোৰ চকু মাধৱৰ মুখত পৰাত তাৰ মুখত কাৰবাৰ মুখৰ আভা দেখা পালোঁ, মোৰ প্ৰাণ ক্ষন্তেকলৈ জুৰ পৰিল; কিন্তু অলপ পাছতেই কিহে বুকত খুন্দা মাৰিলে মই নাজানো; মোৰ চকু দুটা ভয় লগা হৈ উঠিল, কিয়নো আহিনীয়ে হেনো সেই সময়ত মোৰ চকু জোৰ দেখি উচাপ খাই উঠিছিল। অহনীয়ে বিনয়-ভাবে কলে:—"মোক আই আজি নামাতা নে কি?" "বাই, তোমাক নো মই নামাতিম কিয়?" বুলি কোৱাত আহিনীয়ে কলে "ইয়াৰ আগতো দুবাৰ তিনিবাৰ তোমাক মাতিছিলোঁ, তেতিয়া দেখো নামাতিলা?" 'তুমি মাতা মই কব নোৱাৰোঁ। বাই!" বুলি কোৱাত আহিনীও মোৰ লগতে মাটিতে বহিল।

দুয়োবো ভিতৰত লাহে লাহে কথা চলিল; পাছত আহিনীয়ে কলে, "ৰজাৰ অট্টালিকাৰ দৰে ধান-ধনে-জনে পূৰ্ণ এই সোণৰ সংসাৰ এৰি তুমি কলৈ যোৱা আই?" "বাই পিতা-মাতাই মোক জন্ম দিছেঁ, কিন্তু তুমি মোক তুলি-তালি ডাঙৰ কৰিছা, তুমি মোৰ মাতৃ তুল্য, তোমাৰ আগত মই কি লুকাম? এই ঘৰ মোৰ নৰকপুৰী যেন বোধ হৈছে; তুমি বুজিছা অৱস্থা, তুমি আৰু অলপ পাছত আহিলে মোৰ বেলেগ ৰূপ দেখিলাহেঁতেন।"

"মোৰ বুজিবলৈ একো বাকী নাই; কিন্তু তোমাৰ বয়স বৰ কম, সংসাৰৰ আও-ভাও বুজিবলৈ তোমাৰ এতিয়াও বহুত বাকী। তুমি জানা, তোমাৰ পিতাৰ তিনি খন চাহ বাগিছা, আৰু তাৰ একমাত্ৰ উত্তৰাধিকাৰিণী তুমি; এনে স্থলত পিতা-মাতাৰ মনত কষ্ট দিয়া তোমাৰ সুবিধাজনক নহব।"

"বাই, মই সকলো বুজিছোঁ; কিন্তু অৰ্থ সকলো অনৰ্থৰ মূল। অৰ্থ-বল নহলে মোৰ জন্মদাতাই মাধৱৰ পিতাৰ নিচিনা দেৱতাৰ তুল্য পুৰুষক ইমান মানসিক যাতনা দিব নোৱাৰিলেহেঁতেন। আৰু চোঁৱা, মোৰ স্বামী গুৰুৰ পিতা—শহুৰ একজন ঋষিৰ তুল্য পুৰুষ; তেনে লোকক পিতাৰ ধন-বল নহলে কেতিয়াও চাপৰাচি লগাই খেদাব নোৱাৰিলেহেঁতেন। হায়, তেতিয়া মই যে নাদেখিলোঁ, আন কি সেই সময়ত শুনিবলৈও নাপালোঁ,—মোৰ প্ৰাণৰ দেৱতাৰ চৰণত পৰি ক্ষমা খুজিব পাৰিলোঁহেঁতেন। গোসাঁই, নাজানোঁ তুমি মোক কিমান অপৰাধৰ

অপৰাধিনী কৰিছা ! উস্ অসহ্য যাতনা ! মোৰ জন্মদাতা পিতৃ-মাতৃয়ে, মোৰ প্ৰাণৰ দেৱতাৰ প্ৰতি ইমান শত্ৰুৰ আচৰণ কৰিলে !" "আই, অধৈৰ্য্য নহবা" বুলি আহিনীয়ে বাপাটোক ঘুমাই থলে। বাপা টোপনি গল; আহিনী আহি মোৰ ওচৰত আকৌ বহি কবলৈ ধৰিলে—"বিপদত ধৈৰ্য্যইহে আছদি আই; মই এইবোৰ কথা বহুত দিন আগৰেপৰা জানোঁ, মই ভাবিছিলোঁ বাপুৰে তোমাক এইবোৰ কথা কৈছে; আৰু ভাবিছিলোঁ তুমিও তোমাৰ পিতা-মাতাৰ ফলীয়া বুলি ।"

"নাই বাই অজিহে মই প্ৰথম শুনিলোঁ। মই ভাবিছিলোঁ আমাৰ ঘৰ-দুৱাৰ তাত সুবিধা কৰিব পৰা নাই দেখি মোক নিব পৰা নাই; ময়ো তেওঁক এই বিষয় কোৱা নাছিলোঁ, জানোচা তেওঁ মনত কষ্ট পায়। আজি শুনিলোঁ তেওঁ মোক নিবলৈ আজি দুই বছৰৰপৰা চেষ্টা কৰিছে। অৰু শুনিলোঁ পিতা-মাতাৰ বিষ-বাণ সহিব নোৱাৰাৰ কাৰণেই মোৰ প্ৰভুই এই শত্ৰুৰ ঘৰত পদ-ধূলি দিয়া নাই। আজি আকৌ শুনিলোঁ প্ৰভুৰ নৰিয়া, মাধৱক চাবলৈ তেওঁ বৰ অস্থিৰ। সেই কাৰণে আমাক নিবলৈ হেনো গোসাঁই (শহুৰ) আহিছিল। হায়, হায়, মোৰ সেই প্ৰাণৰ দেৱতাৰ উপাস্য দেৱতাক পিতাদেৱে নিষ্ঠুৰ ভাৱে অপমান কৰিলে, আৰু এই মাত্ৰ তাৰে কথা মাইৰ আগত কৈ আমোদ কৰিছে।

বাই. চোৱাঁ, যি ঘৰত মোৰ স্বামী বা শহুৰৰ মোৰ বুলিব পৰা কোনো অধিকাৰ নাই, তাৰ মই কিহৰ অধিকাৰিণী ! স্বামী গুৰু বা গোসাঁইৰ পদ-সেৱা মোৰ অদৃষ্টত নাই, আৰু দুখ বুল,—অন্তিম সময়ত সিবিলাকৰ

পদ-ধূলি শিৰত লবলৈ নাপালোঁ। থাওক তাত লগ পাম, যত সংসাৰৰ স্বাৰ্থপৰ মৰম স্নেহে আমাক পৰ্শিব নোৱাৰিব। বাই, তোমাক মই কাবৌ কৰিছোঁ, আজিলৈ তুমি আন ঘৰত শোৱাগৈ। অ' পাহৰিলোঁ বাই, তুমি মোক ক্ষমা কৰিবা, মই তোমাৰ ওচৰত বহুত দোষৰ দোষী।"

"আই অধীৰ নহবা" মই এটা ইয়াৰ বুধি পাইছোঁ— সকলো হব; খোজ কাঢ়িব পাৰিবা?"

"যি অপমানৰ নাম শুনি প্ৰাণ বিসৰ্জ্জন দিবলৈ কৃতসঙ্কল্প তাকে আকৌ সুধিছা—খোজ কাঢ়িব পাৰিবা? কিন্তু কথা এটা বাই, মই দুৰ্ভাগিনী, এই জনমত তোমাক পাৰিলোঁ মানে কষ্ট দিলোঁ; তাৰ ধাৰ শুজিবলৈ কিমান বাৰ জনম ধৰিব লাগিব কব নোৱাৰোঁ, এনে স্থলত তুমি আৰু অভাগিনীৰ লগত দেই পুৰি নমৰিবা; মই তোমাৰ চৰণত ধৰি মাগিছোঁ, মোৰ এই শেষ অনুৰোধ ৰাখা বাইটি।"

"তুমি সেইবোৰ কথা একো নকবা; মই এতিয়া বুঢ়ী, সংসাৰত চলিবলৈ তুমি মোক শিকাব নালাগে; মাথোন মই তোমাক যি কওঁ তাকে তুমি কৰা— তোমাৰ সকলো মঙ্গল হব নিশ্চয়।"

তেতিয়া ৰাতি দোভাগ ডাল দি গৈছে, আহিনীয়ে নোমৰ কাপোৰ এখনেৰে বাপাটোক মেৰ দি লৈ মোক কলে;—"আই, মোৰ পাছে পাছে আহি থাকা।"

আহিনীক আগত লৈ উপাস্য দেৱৰ উদ্দেশ্যে ওলালোঁ। ঘৰৰপৰা বাজ ওলোৱা আজিয়েই মোৰ প্ৰথম; আৰু পোনতেই দহ মাইল বাট ৰাতি

ৰাতি যাম বুলি ঘৰৰপৰা পলাই আহিলোঁ ; মনৰ আবেগত প্ৰায় ছমাইল মান বাট গৈ আহিনীক কলোঁ ;—বাই, মোৰ ভৰিৰ তলুৱা দুখন ফুটি যাওঁ ফুটি যাওঁ কৰিছে ; আৰু যে মই খোজ কাঢ়িব নোৱাৰোঁ ?” আহিনীয়ে ক’লে :—মই আগেয়ে কৈছিলোঁ নহয় ; এতিয়া মই কি কৰিম ! ব’লা যাবই লাগিব, নহলে আমাৰ অমঙ্গল হব পাৰে।”

ময়ো ভাবিলোঁ কষ্ট, কষ্ট কিহৰ ? যাৰ অপমানৰ নিমিত্তে এই জীৱন বিসৰ্জ্জন কৰিবলৈ ওলাইছিলোঁ, তেওঁৰ চৰণ দৰ্শনৰ বাবে মই এতিয়া কষ্ট বোধ কৰিছোঁ। এনে কথা মনত খেলাওঁতেই ক’ৰপৰা মোৰ গাত বল হ’ল কব নোৱাৰোঁ, তেতিয়া মই থিয় দিলোঁ, আৰু আগতকৈও বেগেৰে খোজ ধৰিলোঁ।” আহিনীয়ে মোৰ খোজ দেখি আচৰিত হ’ল, আৰু অলপ লাহে লাহে যাবলৈ অনুৰোধ কৰিলে।

পূব আকাশত পোহৰ দেখা গ’ল, আকাশ মুকলি। আলি বাটৰ দুই দাতিৰ গছ-লতাবোৰে যেন মোক মুৰ জোকাৰি জোকাৰি কবলৈ ধৰিলে,—“গৰবিনি তোৰ কপালত দুৰৱী গজিল, কলৈ যা।” চৰাই চিৰকতিবোৰেও যেন বিহু-গান এৰি মোকেই ঠাট্টা কৰিবলৈ ধৰিলে। এনেতে পুৰণীগুদাম পালোঁ ; আহিনীয়ে মোক এখন ঘৰত সুমুৱালে। ভিতৰ সোমাই চাই দেখোঁ……সকলো শেষ। মোৰ প্ৰাণৰ দেৱতাক চোতালৰ এদাঁতিত শুৱাই থৈছে, আৰু ওচৰ চুবুৰীয়াসকলে মিলি শ্মশানলৈ যোৱাৰ কাৰবাৰ কৰিছে। মই স্থিৰে ৰব নোৱাৰাত পৰিলোঁ। বাপাটোক আহিনীৰ হাতৰপৰা আনি মই তেওঁৰ চৰণ দুখানিত সাৱট

মাৰি ধৰি কৰলৈ ধৰিলোঁ ;—"প্ৰভু, এবাৰ অভাগীৰ মুখলৈ চাওক ; আপোনাৰ দাসীয়ে বাপাটোক লৈ আহিছে ; প্ৰভু, কৃপা কৰি এবাৰ দুৰ্ভাগিনীৰ মুখলৈ চাওক। মই সকলো এৰি আহিছোঁ, কথা এযাৰ কওক প্ৰভু !"

মোক তেতিয়া কেইজন মান মানুহে তাৰপৰা টানি নি বহুৱালে ; এজনী তিৰোতাই কলে ;—"হায় ! গধূলি সময়ত যদি আহিলাহেঁতেন ! দেহি ঐ, ৰামে 'বাপাটো' 'বাপাটো' কৰি প্ৰাণ এৰিলে।" "বাপাটো, বাপাটো" এই দুটি শব্দত কোনে কি সানিলে কব নোৱাৰোঁ ; শব্দ দুটা মোৰ অন্তৰত পৰিয়েই পুৰিব ধৰিলে, তাৰপৰা ভৰিলৈকে গাৰ পোৰণি উঠিল : বৈ বৈ অন্তৰত বাজিব ধৰিলে,—"বাপাটো, বাপাটো।" মই থিৰে ৰব নোৱাৰি মাটিত পৰিলোঁ। সেইদৰে কিমান সময় আছিলোঁ মোৰ মনত নপৰে ; যেতিয়া সাৰ পাওঁ দেখোঁ, আন্ধাৰ ; অনুমান কৰোঁ মই এখন ফটা ছিটা মলিন বিছনাৰ ওপৰত আছোঁ, ওচৰত চাওঁ—বাপাটোও নাই।

তেতিয়া মোৰ সকলো কথা মনত পৰিল ; মই দৌৰি চোতাললৈ গলোঁ ; দেখোঁ তাত কেইডাল মান জেং আছে ; তেতিয়া মোৰ বুজিবৰ একো বাকী নেথাকিল। মই কিং কৰ্ত্তব্য বিমূঢ় হৈ অলপ থিয়হৈ আছোঁ, এনেতে এটা ঘৰৰপৰা ৰোগীৰ অফুট শব্দ দুটামান মোৰ কাণত পৰিল ; মই ভাবিলোঁ—এয়ে মোৰ প্ৰাণৰ দেৱতা। গৈ প্ৰথমে জুমি চালোঁ—কিন্তু বুজিব নোৱাৰিলোঁ। ভিতৰলৈ গৈ বেমাৰীৰ

ওচৰত থিয় হলোঁ। •মোক দেখি আহিনী ততালিকে বেমাৰীৰ ওচৰৰ পৰা উঠি মোক বহুৱালে, মোৰ চুলি বান্ধি দিলে আৰু আওৰাণখন টানি মোৰ মূৰত দি কলে ;—আই, এইজনা তোমাৰ শহুৰ ; কালি আমাৰ ঘৰৰপৰা আহিবৰেপৰা জ্বৰ ; আজি গাত তত নাই।" গোটাই ৰাতিটো আমি তাতে বহি ৰলোঁ, ৰাতি পুৱাৰ সময়ত বেমাৰীৰ অলপ তত চাপিল ; বেমাৰী নিজে নিজে কবলৈ ধৰিলে ;—"উস্ কি কুক্ষণত মই নগাঁৱলৈ গৈছিলোঁ। গৈছিলোঁ কৰিলেই বা মোক অপমান, মই কলোঁ কিয় ? ৰাম তুমি গলা, তোমাৰ পাষাণ্ড পিতাক তোমাৰ শোক-যন্ত্ৰণাকে সম্বল দিলা নে কি ?"

এনেতে মই তেওঁৰ চৰণত ধৰি সেৱা কৰিলোঁ ; আহিনীয়ে কলে ;—"আপোনাৰ বোৱাৰীয়ে সেৱা জনাইছে ?" বোৱাৰী শব্দ শুনিয়েই যেন গোসাঁইৰ খং উঠিল আৰু কবলৈ ধৰিলে ;—"কি কোৱা, মোৰ বোৱাৰী ! অদৃষ্টত মোৰ বোৱাৰী নবটিল, নহলে মোৰ সোণাই অস্তিমত এনে দুঃসহ যন্ত্ৰণা ভোগ কৰি যাব নালাগিলহেঁতেন। কোন বোৱাৰীৰ কথা কৈছা তুমি ? আৰু তুমি কোন ? "আপোনাৰ বোৱাৰী মেনেজৰৰ জীয়েক ; আৰু বান্দী তেওঁৰেই দাসী।" বুলি আহিনীয়ে কোৱাত তেওঁ উত্তৰ দিলে, "বহুত পলম হল, বহুত পলম !" মই তেতিয়া লাজ ভয় কাটি কৰি কবলৈ ধৰিলোঁ ;—"প্ৰভু মোৰ গাত অপৰাধ নাই, আপুনি ক্ষমা কৰক।" "ক্ষমা মই কেতিয়াতে কৰিলোঁ—পোনাটি ক'ত ?" তেওঁ সোধাত মই বিবুদ্ধি হলোঁ। আহিনীয়ে লৰালৰিকৈ তাক ক'ৰবাৰপৰা

আনি তেওঁৰ আগত বহুৱাই দিলে। গোসাঁই বাপাটোৱে কিছু পৰ চাই থাকি কবলৈ ধৰিলে, "এই পোনাটিয়েই মোৰ ৰামৰ ছবি; হায় মোৰ সোণ, তোমাৰ ভবিষ্যৎ অৱস্থা!" বুলি গোসাঁই নিমাত হল। বহু পৰলৈ তেওঁৰ মাত নাছিল, পাছত লাহে লাহে মোক সুধিলে, "আই, তুমি কেতিয়া আহিলা!" মই উত্তৰ দিলোঁ;—"আপুনি নগাৰঁৰপৰা অহাৰ দিনা ৰাতিয়েই আহিলোঁ।" "তুমি লগ পাইছিলা? "মাত শুনিবলৈ নাপালোঁ প্ৰভু?" গোসাঁই আকৌ নিমাত হ'ল। কিছু পৰৰ মূৰত আকৌ সুধিলে;—"আই, তোমাক পিতাৰাই পঠিয়াইছেনে?"

"প্ৰভু, আপোনাৰ ওচৰত কিহৰ লাজ; মই আহিনী বাইক লগত লৈ পলাই অহিছোঁ।"

"আই, তুমি ইমান কষ্ট কৰি ইয়াত কেনেকে থাকিবা?" "মন্নো, আপোনালোকৰ লগত থাম প্ৰভু!"

"ৰাম ৰাম, পোনাটিৰ, মোৰ ৰামৰ ছবিটিৰ অৱস্থা কি হব?" বুলি গোসাঁই অকৌ নিমাত হল। কিছু পৰৰ পাছত কবলৈ ধৰিলে;—"পৃথিবীত যি দুদিন মানুহ থাকে, সেই কেই দিনৰ কৰিব লগীয়া নকৰিলে পাপ। এতেকে পোনাটিক তুমি ডাঙৰ কৰা; তুমি তোমাৰ পিতাৰৰ ঘৰলৈ যাবা; ইয়াত বৰ কষ্ট পাবা।"

তাকে শুনি মই কলোঁ, "প্ৰভু, আহিনীয়ে মাধৱক তোলক; প্ৰাৰ্থনা কৰোঁ পিতাৰ ঘৰলৈ যাবলৈ মোক আদেশ নকৰিব। এই জনমত মই সেই ফালে মুখ নিদিম বুলি কিৰা কাঢ়ি আহিছোঁ। মোকো

লগত নিয়ক প্ৰভু।" "নহয়, তুমি ৰবই লাগিব—ই মোৰ শেষ অনুৰোধ। কিন্তু ইয়াত ইমান কষ্ট সহিব পাৰিবানে ?" বুলি পুনৰ গোসাঁয়ে টানি কোৱাত, উপায় নেদেখি কলোঁ। "মই থাকিব লাগিলে ইয়াতেই থাকিম কিন্তু আপোনাৰ আগত শপত খাই কওঁ, সেই ঘৰৰ নামো মই মুখত নানোঁ ; খুজি খাব লাগে, খুজি খাম, নাখাই মৰিব লাগে, এই পবিত্ৰ তীৰ্থতেই মৰিম ; তথাপি মই সেই স্বামী নিন্দুক, সেই মোৰ গোসাঁইৰ অপমানকাৰীৰ ওচৰত সহায় নিবিচাৰোঁ। আৰু বাপাটো ডাঙৰ হলেও তাক সিবিলাকৰ সহায় লবলৈ বাধা দিম।" তেওঁ কলে "আই, চোৱা, মোৰ কোনো নাই সংসাৰত ; কাৰ ওচৰত মই তোমাক গোটাই থওঁ. এতেকে আই সকলোকে পাহাৰা, মইতো এৰি দিলোঁ। মই আৰু বেছি সময় নাথাকোঁ ; মোৰ শেষ হলেই তুমি যাবা আই," মই তেতিয়া ডাঙৰ ডাঙৰ কৈ কবলৈ ধৰিলোঁ :—"প্ৰভু, আপুনি দেৱতা আপুনি ক্ষমা কৰিব পাৰে ; কিন্তু মই মানবী, মই তেনে দোষ ক্ষমা কৰিব নোৱাৰোঁ। আপুনি কৃপা কৰি দাসীক সেই আদেশ নকৰিব।"

মোৰ কথা শুনি গোসাঁই কলে—"আই, তুমি ধনীৰ জীয়াৰী ; ধান, ধন, দাস, দাসী তোমাৰ পিতৃ-ঘৰত অতুল। এনে অৱস্থাত তোমাৰ ভাব যে এনে হব পাৰে মই তাক অনুমানকে কৰিব পৰা নাছিলোঁ। ভাবিছিলোঁ মই দুৰ্ভাগা, ধনৰ লোভত ধনীৰ আপী বিয়া কৰাই সকলো আপদ ওচৰ চপালোঁ। কিন্তু আজি বুজিছোঁ, মই পৰম ভাগ্যবান্, তোমাৰ নিচিনা বোৱাৰী এগৰাকী মোৰ ভাগ্যত ঘটিছিল কিন্তু হায়, যদি

তুমি দুখীয়াৰ ঘৰত উপজি মোৰ বোৱাৰী হ'লাহেঁতেন?" এই কথা কৈ অলপ পৰৰ পাছত আকৌ ক'লে "মোৰ যাবৰ হল, আশীৰ্ব্বাদ কৰোঁ, ভগৱন্ত পুৰুষে পোনাটিক পালিবলৈ তোমাৰ অন্তৰত বল দিব।"

মই ধৈৰ্য্য ধৰিলোঁ; ওচৰ চুবুৰীয়াৰ সহায়ত নিজ হাতে সকলো কাম কৰিলোঁ। পাঠক পাঠিকাসকল, ইয়াৰ পাছত মোক নিবলৈ পিতা-মাতা কেইবা বাৰো আহিছিল, মই যাবলৈ স্বীকাৰ নকৰিলোঁ; ঘৰ দুৱাৰ ভাল কৰি দিবলৈ মানুহ পঠাইছিল, সিহঁতক কাম কৰিবলৈ নিদিলোঁ। মাটি কেই পূৰা মান আছে তাকে আধি-চুকানী দি আৰু খুজি-মাগি আনি কোনো মতে পেট প্ৰবৰ্ত্তি আছোঁ। গাৱঁৰ টোলৰ অধ্যাপকে লৰাটিক সংস্কৃত পঢ়ায়। আতাকে কেইবা দিনো মাধৱক নিবলৈ আহিছিল, তাক হেনো কলেজত পঢ়াই ডাঙৰ মানুহ কৰি দিয়ে আৰু তেওঁৰ বাপিছাবোৰ দিয়ে; সি নাযায়, আৰু আতাকক মাতিবও নোখোজে। আহিনী বাই মোৰ লগত আজিও আছে, আহিনীৰ কোনো নাই, ময়ে তেওঁৰ জীয়েক আৰু অধিকাৰিণী। আহিনী মোৰ সাৰথি, আহিনীয়ে মোৰ স্বামী-পূজাৰ জল-ফুল গোটাই দিয়ে; আহিনীক হাতত লৈয়ে পোনাটিৰে সৈতে এই সুপৱিত্ৰ ধাম ৰখিবলৈ সমৰ্থ হৈছোঁ।



# মোৰ উকীল হোৱা।

তেতিয়া মই ওঠৰ বছৰীয়া চেঙেলীয়া ডেকা। সেই বছৰ মই প্ৰবেশিকা পৰীক্ষা দিছোঁ, মোৰ অনুমান মই প্ৰথম বিভাগত উত্তীৰ্ণ নহৈ নাথাকোঁ। পিতা-মাতাৰ আনন্দৰ ঠাই নাই। কিন্তু পিতা ঠাকুৰৰ আনন্দৰ লগত অলপ বেজাৰ ভাব থকা যেন মোৰ বোধ হয়। পিতা দেৱৰ সম্বল কেই পুৰামান মাথোন নিস্পিখেৰাজ মাটি; ঘৰৰ ওচৰত হাই স্কুলখন থকা গতিকেহে মোক ইমানলৈকে তুলিলে, নহলে শিক্ষাৰ পোহৰ মোৰ হৃদয়ত পৰিবলৈ অসম্ভৱ হলহেঁতেন। পাঠক পাঠিকাসকল, মোৰ দোষ ক্ষমা কৰিব, মই আজি লুকাব নোৱাৰি মোৰ হিয়াত জ্বলা সমুদায় জুইকে উলিয়াবলৈ চেষ্টা কৰাত ভদ্ৰ সমাজত কব নলগীয়া কথাকো কব লগাত পৰিছোঁ।

পৰীক্ষাৰ খবৰ ওলাবলৈ দহ দিন মান থাকোঁতে মোৰ পূজ্যপাদ আদি গুৰু পৃথিবীৰ দেৱতা মান্নাত পৰি লুকাল; মই মোৰ সোণৰ সংসাৰ অন্ধকাৰ দেখিলোঁ। সংসাৰত মই আৰু মোৰ কেৱল গৰ্ভধাৰিণী বলোঁ; সৰু সৰু ভাই দুটি আৰু মৰমৰ ভনিটিও পিতৃদেৱৰ সেৱা ধৰিবলৈ লগতে গল।

পৰীক্ষাৰ খবৰ ওলাল—মই পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হৈ প্ৰথম স্থান অধিকাৰ কৰিছোঁ; কিন্তু সেই সময়ত সেইবোৰ মোৰ বিষ যেন লাগিছিল—তালৈ পিঠি দি পিতৃদেৱৰ শ্ৰাদ্ধাদি সাং কৰিলোঁ। তাৰ দিন চেৰেকৰ পাছতে আমাৰ প্ৰধান শিক্ষক মহাশয়ে মোক মাতি নি আদৰ সাদৰ কৰিলে আৰু লগতে কলে "মোহন, তুমি কুৰি টকাকৈ বৃত্তি পাইছা, এতিয়া কলিকাতালৈ যাবলৈ কাৰবাৰ কৰা।" মই একো নামাতিলোঁ, আৰু তেওঁক প্ৰণাম এটি কৰি ঘৰলৈ আহিলোঁ।

সংসাৰত আছে মোৰ কেৱল আৰাধ্য দেবী মাই; মই ভাবিলোঁ পঢ়ি শুনি কৰিম কি? যি পঢ়িলোঁ এয়ে হল, পাৰিলে কৰবাত সোমাই দুয়োৰো জীৱিকা উলিয়াব পাৰিলেই হয়। মই কুৰি টকাকৈ বৃত্তি পোৱা কথা লাহে লাহে মাইৰ কাণত পৰিল। তেওঁ দুদিন মান একো কোৱা নাছিল, পাছত এদিন ৰাতি মোক ওচৰত বহুৱাই কলে—"বাপা, তই পঢ়িবলৈ যা, মোৰ কাণৰ সোণা জোৰ বেচিলে দুকুৰিমান টকা পাবি, তাৰেই তোৰ কলিকাতাক যোৱা খৰচ হব। মোৰ নিমিত্তে

চিন্তা কৰিব নালাগে, মাটিখিনি আধি চুকানিলৈ দি কোনো মতে মই চলিব পাৰিম।" মই প্ৰথমতে অস্বীকাৰ কৰিলোঁ। কিন্তু পাছতে ভাবিলোঁ। কোনো মতে এফ, এ, পাছ কৰিব পৰিলে এটা ভাল কাম পাব পাৰোঁ। আহোঁয়েচোন এই দুবছৰ পঢ়ি; এই বুলি পঢ়িবলৈ যোৱাটোকেই স্থিৰ কৰিলোঁ।

সেই বছৰ গুৱাহাটীত কলেজ খুলিছে; মই কলিকাতালৈ নগৈ গুৱাহাটীৰ কলেজতে ভৰ্ত্তি হলো। কোৱা বাহুল্য মোৰ জননীৰ কাণৰ সোণা বেচি তাৰেই কিতাপাদি কিনিলোঁ। কলেজৰ প্ৰধান অধ্যাপকে লোক পাই বং পালে আৰু মোৰ মাছুল মাফ কৰি দিলে।

আগেয়ে কৈছোঁ. মই চেঙেলীয়া ডেকা; দাৰি গোফ অলপ খুতিয়াব ধৰিছে; বৰণো মোৰ উজ্বল আছিল. তাতে আকৌ মই অবিবাহিত আৰু গাৰ্বপৰা অহা; গতিকে চহৰীয়া কন্যাদায়থকা লোক সকলৰ মই বৰ আদৰৰ পাত্ৰ। চাই থাকোতে মোৰ দুবছৰ অতীত হল; ডাঙৰীয়াসকলৰ ঘৰে ঘৰে নিমন্ত্ৰণ খাই ফুৰাত মোৰ পঢ়াও সিমান ভাল নহল—তথাপি এফ, এ, পাছ কৰিলোঁ; কিন্তু পৰিতাপৰ বিষয় বৃত্তি ধৰিব নোৱাৰিলোঁ। বৃত্তি নাপালে মোৰ পঢ়া অসম্ভৱ। এফ, এ, পাছ কৰি কামত সোমোৱা মোৰ পূৰ্ব্বৰ অভিপ্ৰায় আছিল যদিও পাছ কৰাৰ পাছত ভাবিলো। কোন মতে বি, এ, টো পাছ কৰি স্বাধীনভাবে আইন ব্যৱসায় কৰিব পাৰিলেহে পঢ়াৰ অলপ গুণ ধৰিব; কিন্তু নিৰুপায়।

মোৰ পৰিচয় সকলো থিনি আপোনালোকক দিলোঁ, বাকী আছে মোৰ পিতাৰ নাম। পিতাৰ কথা মই নকওঁ; ঢকাৰ বাপেকৰ চিনাকি দিবৰ অধিকাৰ নাই। শহুৰৰ কথা, তাকো মই নকওঁ; অৱশ্যে কথা-প্ৰসঙ্গত দুই এক আষাৰ ওলাব পাৰে কিন্তু নামটো হলে আপোনা লোকক কাবৌ কৰিছোঁ—আপোনা লোকে নধৰিব। তেওঁৰ বংশৰ নাম ধামো মই নকওঁ, অৱশ্যে দুটা এটা গুণৰ কথা কম; তাতেই আপোনা লোকৰ ভোক পিয়াহ দূৰ হব।

মই বৃত্তি নোপোৱা কথা যেতিয়া জনাজাত হল তেতিয়া এজন চুলি পকা ডাঙৰীয়াই সাজ বেলিকা বোৰ্ডিঙলৈ আহি মোৰ লগত কথা বাতৰা পাতিলে আৰু মোৰ মানসিক কষ্টত সহানুভূতি প্ৰকাশ কৰি তেওঁ বি, এল, পাছ কৰালৈ খৰচ যোগাবলৈ গাত ললে। মই প্ৰথমতে অচৰিত হলোঁ কিন্তু পাছত অনুমান কৰিলোঁ অৱশ্যে ইয়াৰ কিবা এটা গুঢ় ৰহস্য আছে। দুই এমাহৰ পাছতেই আচল কথা ওলাল—মোৰ মনৰ ভাব বুজিয়ে নে নুবুজিয়েই কব নোৱাৰোঁ মোৰ সেই দুখুনী গৰ্ভধাৰিণীয়েও বিয়াত সম্মতি দিলে। চুলি পকাই মাতৃক আনিলে আৰু নগৰাতে বৰ ধাম ধুমেৰে তেওঁৰ জীয়েকৰ লগত মোৰ শুভ-বিবাহ সম্পন্ন কৰিলে।

শহুৰ বৰ ডাঙৰ মানুহ, তেওঁৰ ধন জন একোৰে অভাব নাই, অভাব পুত্ৰৰ। পুত্ৰ যে নাই এনেও নহয়, পুত্ৰ আছে, কিন্তু 'বড়লোকৰ পুত্ৰ'। শহুৰ ৰেলৰ অফিচত বৰ ডাঙৰ চাকৰি কৰে। চৰকাৰৰ ওচৰত তেওঁৰ বৰ খাটিৰ, বৰ সম্মান। তেওঁ সক যে কিমান তাক ভাষাৰে

প্ৰকাশ কৰিব নোৱাৰি, হৃদয় তেওঁৰ বৰ সৰু; তেওঁৰ অহঙ্কাৰ দুৰ্য্যোধনতকৈ বেছি নহলেও কম নহয়। মোক আপোনালোকে কন্যাদাতা গুৰুক নিন্দা কৰা বুলি ভাবিছে, শ্বাবক মই হলে নিন্দা কৰা নাই, তেওঁৰ কথাহে কৈছোঁ, মোৰ হৃদয়ৰ যন্ত্ৰনা কিছু পৰিমাণে উপশম কৰিবলৈ চেষ্টাহে কৰিছোঁ। তেওঁ মোৰ উপকাৰ কৰিছে সঁচা কিন্তু হায় সেই ঋণ যদি মোৰ জীৱন দিলে পৰিশোধ হলহেঁতেন তেন্তে তত্তালিকে সেই গুৰু ভাৰৰ পৰা মুক্ত হৈ কলোঁহেঁতেন "তোমাৰ লগত মোৰ এক্ষো সম্বন্ধ নাই।"

মই সাধাৰণ গাঁৱলীয়া মানুহৰ লৰা, মোৰ ঘৰৰ অৱস্থাৰ কথা আগেয়ে কৈছোঁ। শহুৰ ডাঙৰ মানুহ, মই তেওঁৰ একমাত্ৰ জোঁৱাই। "জোঁৱাই" এই শব্দটো উচ্চাৰণ কৰিলেও আজি মোৰ হৃদয় কঁপি উঠে, ইয়াকে বোধে "দিল্লীকা লাড্ডু" মই এতিয়া পোৱাইছোঁ। বাৰু সেইবোৰ কথা এৰি দিওঁ। বিয়াৰ দিন চেৰেক পাছতেই ডাঙৰীয়াই মোক কলে;— "ইয়াৰেপৰা কলেজলৈ যাবা; মোৰ বিধান মটৰকাৰ আছে তাতেই তুমি যোৱা-অহা কৰিবা।" পাঠক, ডাঙৰীয়াৰ জীয়েকৰ কথা বোধ কৰোঁ আপোনালোকে বুজিছে; তেওঁ ডাঙৰীয়াৰ ঘৰতেই থাকিল—মোৰ কুপুৰী ঘৰলৈ পঠাবলৈ ডাঙৰীয়া অসম্মত হল। তেতিয়া জীয়েকৰ বয়স তেৰ নিৰিবি চৈধ্যত সোমাইছে; মযো তেতিয়া বৰ বেয়া নাপালোঁ, আৰু মনতে ভাবিলোঁ বৰ মানুহৰ জীয়াৰী, কি জানি ভাঙ্গা-ছিঙা ঘৰ দেখি হাঁহে, বাৰু থাওক, পাছ-বিয়াৰ সময়ত ঘৰ-দুৱাৰ ভাল কৰি লিম।

মাই বিয়ালৈ আহিছিল, বোৱাৰীক ঘৰ দেখাবলৈ নিব নোৱাৰি চকুৰ পানী উলিয়ালে। হায়! তেতিয়াও মোৰ কঠোৰ প্ৰাণত আত্মসম্মানৰ আঘাত বাজি মুঠিল। মই ৰাজপ্ৰসাদ তুল্য ঘৰত থাকি মটৰ কাৰেৰে কলেজলৈ যোৱা-অহা কৰিবলৈ ধৰিলোঁ, তেতিয়া মোৰ উল্লাস চায় কোনে?

সেই দিনা শনিবাৰ, মই কলেজৰপৰা আহি পাওঁতেই মাই কলে—"বাপা, মোক ঘৰত থৈ আহ" মই তেওঁৰ কথাৰ উত্তৰ দিবলৈ নৌ পাওঁতেই ক'ৰপৰা কব নোৱাৰোঁ ধূমকেতুৰ দৰে হুয়োৰো মাজত ডাঙৰীয়াণী পৰি কবলৈ ধৰিলে—"কি! তোমাক থবলৈ যাব লাগে! তুমি যোৱা কেলেই? ইয়াত থাবলৈ পোৱা নাই হবলা! যোৱা আমাৰ দুখীয়াৰ ভাঙা ঘৰত কিয় থাকিবা!" মোৰ সেই সময়ত সপোন ভাঙিল, লৰালৰিকৈ শহুৰলৈ এখন চিঠি লিখি থৈ মাইক লৈ মোৰ জুপুৰি পালোঁ। মোৰ মনৰ ভাব মাই বুজিলে আৰু কলে—"বাপা, মোৰে মূৰ খাহ, কোনোমতে সিহঁতৰ আশ্ৰয়ত থাকি পৰীক্ষাটো দি ল, আমাক কৈ সিহঁতে কি কৰিব!" মাতৃৰ বাক্য পেলাব নোৱাৰি পাছদিনাখনেই আহিলোঁ; সেই দিনাৰপৰা মই মটৰকাৰেৰে কলেজলৈ নাযাওঁ—খোজকাঢ়ি যাব ধৰিলোঁ। ডাঙৰীয়াৰ লগত মোৰ দেখা সাক্ষাত বৰ কম হয়—ডাঙৰীয়াণীৰ লগত কেবা বাৰ দেখাদেখি হলেও কথা বৰ কম হয়।

বিয়াৰ ছমাহ মান পাছতেই ডাঙৰীয়াৰ জীয়েকৰ তোলনী হল। নিয়ম মতে সেইদিনা আমাৰ ঘৰলৈ খবৰ দিব লাগিছিল, ডাঙৰীয়াই

আৱশ্যক বোধ নকৰিলে—গণকে গণি পিতি পৰামৰ্শ দিলে যোগৰ মূৰে পাছ বিঘ্ন হব বা শান্তি লব লাগে। ডাঙৰীয়াই শান্তিৰ কাৰবাৰ কৰিলে, আৰু নিৰ্দ্ধাৰিত দিনত সেই কাম সম্পন্ন কৰালে। অৱশ্যে মোৰ তাত ইচ্ছা নাছিল, কিন্তু কিজানি মোৰ স্বাৰ্থত বাধা পৰে, এই বুলি মাইৰ অজ্ঞাতে মই সম্মত হলোঁ।

ডাঙৰীয়াৰ ঘৰত থাকি কলেজলৈ যোৱা-অহা কৰোঁ, শনিবাৰ হলেই মাতৃদেৱীৰ ওচৰলৈ যাওঁ। সদায় শনিবাৰে ঘৰলৈ যোৱা দেখি এদিন ডাঙৰীয়াই কলে:—"সামান্য মানুহ থকা গাৱঁলৈ সদায় যোৱা-অহা কৰিলে মন সৰুহৈ যায়, মাহেকৰ মূৰত এদিন গলে নহয় জানো" ! ডাঙৰীয়াৰ কথা শুনি মনত বৰ দুখ লাগিল কিন্তু সেই হেঁপাহ—উকীল হোৱাৰ আশা। হাঁয়,সেই মান-সন্মানৰ আশাই মোক কি অপদাৰ্থ কৰিছিল ! সেই দিনৰপৰা প্ৰতি শনিবাৰে যোৱা বন্ধ কৰিলোঁ। কেতিয়াবা ৰবিবাৰে মনে মনে যাওঁ আৰু চোৰৰ দৰে গুচি আহোঁ। সুধিলে কওঁ—বোৰ্ডিঙলৈ গৈছিলোঁ। পাঠক মোক মিছা কথা কোৱা বুলিছে, বোলক, মই যে দুখুনী বিধবাৰ আঁচলৰ নিধি; বিধবাৰ মোৰ বাহিৰে সংসাৰত কোন আছে ? কাক চাই বিধবাই বুক জুৰ কৰিব ? যাতপ্ৰতিষাত হোৱা কথা-বোৰ ডাঙৰীয়াৰ জীয়েকৰ আগত এদিনো কোৱা নাছিলোঁ। ভাবিছিলোঁ—বৰলোকৰ জীয়াৰী কি জানি অভিমান কৰি আৰু দুই আষাৰ শ্লেষ শুনাই দিয়ে।

লাহে লাহে মোৰ পৰীক্ষা পালেহি, ইকালে ডাঙৰীয়াৰ ঘৰত মোৰ

লৰা এটিও উপজিল। লৰা ওপোজা খবৰ পাই মোৰ মাতৃদেৱীৰ আনন্দৰ সীমা নাই! মই এদিন ঘৰলৈ যোৱাত কলে "বোপা, নাউপিতিৰ মুখখন চাই আহোঁ" মই কলোঁ। "থাক, মই পৰীক্ষাৰ পাছত সিইঁতক আনিম নহয় ইয়ালৈ।"

মাই এটা দীঘল হুমুনিয়াহ পেলালে, মোৰ হৃদয় কঁপি উঠিল—কিন্তু মোৰ সেই—আশাই নিমিষতে তাক মাৰ নিয়ালে।

পৰীক্ষা হৈ গল, তাৰ খবৰো ওলাল—মই ২য় বিভাগত পাছ হলোঁ।। নাউপিতিক চাবলৈ মাই বৰ ব্যাকুল হল; মই ডাঙৰীয়ানীক এই কথা জনোৱাত তেওঁ কলে—"মায়েক ইয়ালৈ আহিব নোকোৱা কিয়! তাত নো কি সোণৰ সোলংটো বথি আছে? ৰাতিয়ে দিনে মোৰ ভাত বাৰ শত্ৰু মিত্ৰে খাইছে, তেওঁ ইয়াত খাবলৈ নেপাবনে? মই-নাউপিতিক পঠাব নোৱাৰোঁ. আৰু হাকিমৰ আগতো মই এনে কথা কব ও নোৱাৰোঁ।"মোৰ স্বৰগ ভাঙি মূৰত পৰিল—তেতিয়া মনত পৰিল মাইৰ সেই চকুৰপাণী, মনত পৰিল সেই হুমুনিয়াহ; মই কান্দি পেলালোঁ। তাকে দেখি ডাঙৰীয়াণীয়ে তাচ্ছিল্যভাবে কলে;—"তোমাক মাৰিলে কোনে? পেমাইছ কিয়? মোৰ হলে দেউ এইবোৰ কথা ভাল নালাগে" ডাঙৰীয়াণী এই দৰে কৈ ভাৰপৰা গুচি গল। মোৰ তেতিয়া মনত পৰিল—সেই উকীল হোৱা কথা, ৰব থং উঠিল; আৰু উকীল হোৱা আশা সেই দিনাই জলাঞ্জলি দি মোৰ জুপুৰী ঘৰলৈ আহিলোঁ।। কিন্তু মোৰ মনৰ বেদনা কাকো নকলোঁ। আহি পাওঁতে মাই সুধিলে "বাপা, নাউপিতি ভালে আছে?" মই উত্তৰ দিলোঁ।—"আছে।"

এতিয়া মই গাৱঁলীয়া শিক্ষক ; মই পাছ কৰি যোৱা স্কুলতে প্ৰধান শিক্ষকৰ কাম কৰোঁ। কামত সোমোৱাৰ আজি দুমাহ হল। এদিন ৰাতি মাই কলে "বাপা, তই নাউপিতিহঁতক আনগৈ, তাৰ ভাতচেনি ( অন্নপ্ৰাসন ) খেনিও কৰিব লাগে ; মই অলপ বস্তু থুপুৰি কাঁৰিছোঁ ; দিন যাবো চাই থৈছোঁ, তই এই শনিবাৰে গৈ ৰবিবাৰে লৈ আহ"। মোৰ যাবৰ ইচ্ছা নাছিল, কিন্তু মাতৃৰ আদেশ, তাতে আকৌ আজি কিছুমান দিনৰ পৰা তেওঁৰ শৰীৰ অসুখ, গতিকে শনিবাৰে ডাওৰীয়াৰ ওচৰলৈ গৈ প্ৰস্তাব কৰিলোঁ ;—ডাওৰীয়া অসম্মত হল, তেওঁ কলে—তেওঁৰ স্ত্ৰীয়েকৰ পুতেক নাতিয়েকৰ অন্নপ্ৰাসন তাতেই কৰাব, মইহে মাইৰে সৈতে তালৈ যাব লাগে। মোৰ বৰ খং উঠিল, কিন্তু তেওঁ কন্যাদাতা আৰু অন্নদাতা, মুখ চম্ভালিলোঁ আৰু নিৰাশ মনে পাছদিনা ঘূৰি আহিলোঁ। মই অকলে অহা দেখি মাই সকলো বুজিলে।

মাইৰ বৰ টান নৰিয়া। তেওঁ মাজে মাজে বকে"নাউপিতি—নাউপিতি" এদিন অলপ সংজ্ঞা লাভ কৰিলে ; মোক ওচৰলৈ মাতি নি কলে :—"মই নাউপিতিৰ মুখখন দেখিলে সুখেৰে মৰিব পাৰোঁ।" ওচৰত যি ওজৰ চুবুৰীয়া আছিল সকলোৱে কলে—"যোৱা, তুমি এতিয়াই দোলা ঢুলীয়া লৈ যোৱা, সিহঁতক আনাগৈ। আমি আছোঁ, তোমাৰ মায়ে আৰু ২।১ দিন থাকিব।" যাওঁ–নাযাওঁ কৰি দোলা-ঢুলীয়ালৈ শেষ বাৰ শহুৰৰ ঘৰলৈ ওলালোঁ। শহুৰ অফিচৰপৰা আহি পোৱা সময়তেই নগৰ পালোঁ, মোক দেখি ডাওৰীয়াই খাত লগালে, "আজি অসময়ত দেখোঁ বাপা !"

"মাইৰ বৰ টান নৰিয়া ; সদায় নাউপিতি নাউপিতি কৰি বকি থাকে ; সেই কাৰণে ......... ।"

মোৰ কথাত বাধা দি কলে "সিহঁতক নিৰলৈ আহিছা ; সেইটো হব নোৱাৰে ; আপীটো তোমাত বিয়া দিলোঁ বুলি সেই গাৱঁলীয়া ভূতৰ সমাজলৈ পঠাব নোৱাৰোঁ, আৰু যি হে বৰ চৰা কেইটা তুমি বান্ধিছা, মই ভদ্ৰ সমাজত নাক উলিয়াম কেনেকৈ ? স্তালৈ গলে সিহঁতৰ অসুখো হব পাৰে । যদি নাউপিতিক চাব খোজে তেন্তে মায়েক লৈ আহা গৈ ?" "তেওঁ উঠিবকে নোৱাৰে কেনেকৈ আনিম !"

"তেন্তে কিছুদিন থাকক, ভাল হলে আহিব । মই কাহানিবাতে তোমাক কৈছিলোঁ—বোলো মায়েক ইয়ালৈ আনা ; ইয়াতে থাকিব, তুমিতো শুণ্ডনিলা । বাৰু আছে থাকক, বেমাৰ মানুহৰ হয়, ভাল হব, ভাল হলে আনিবা ।" এই হৃদয় শূন্য কথা শুনি মই বৰ অধৈৰ্য্য হলোঁ, আৰু সুধিলোঁ "সঁচাকে আপুনি সিঁহতক নপঠাবনে ?" "মই নপঠাও বুলি কৈছোঁ নপঠাওঁ আৰু তুমি নধৰিবাও, তোমালোক লৰা মানুহ নুবুজা, আহিছা ভাল হৈছে, আজিলৈ যোৱা, ।" শহুৰৰ এই কথা শুনি কলোঁ "আপুনি অলপ বিবেচনা কৰি কথা কব ; মোৰ তিৰী মোৰ ছলি মই মোৰ ঘৰক নিম তাত কোনে বাধা কৰিব পাৰে ?" তাকে শুনি তেওঁ কলে—"সঁচানেকি ? এই দুদিনতে তোমাৰ গাত ইমান বল হল নে ? ইমান তেজ নে বাপা তোমাৰ !" তেওঁৰ উত্তৰ সহিব নোৱাৰি পুনৰ কলোঁ—"মোৰ তিৰী মই মোৰ ঘৰক নিম, সঁচাকে কওক আপুনি

তাত কিয় বাধা দিব খোজে ?"তেতিয়া সেই শহুৰ নামধাৰী পুৰুষে খং কৰি চাই কলে—"বৰ বেছি কথা নকবা দেই,কাৰ ঘৰত আছা জানিছা,এতিয়া কাৰ লগত তুমি কথা কৈছা, তেনেই পাহৰিছা নে কি ? আৰু বাৰাবাৰি কৰিলে কাণত ধৰি উলিয়াই দিম।" তেওঁৰ এই কথাত মোৰ খঙে চুলিৰ আগ পালে। মই জোৰেৰে—"কি কাণত ধৰি উলিয়াই দিব ?" বুলি ভিতৰ চোতাললৈ যাবলৈ ওলালোঁ ; এনেতে ডাঙৰীয়াই কলে—"সাৱধান, মোৰ ভিতৰলৈ যাবৰ কাৰো অধিকাৰ নাই—অপমান, নিশ্চয় অপমান হব।" মোৰ তেতিয়া ইমান খং উঠিল, যে মানুহে কথা কলেও মই মোৰ কাণেৰে শুনা হলোঁ, মুখৰপৰা কথা নোলাল ; তথাপি অতি কষ্টে "কাৰ অপমান কৰিবৰ সাহ আছে কৰকহি" বুলি কেই খোজমান গলোঁ। তেতিয়া ডাঙৰীয়াই স্বয়ং উঠি মোৰ বাট ভেটি ধৰিলে, আৰু কবলৈ লাজ লাগে —"নৰাধম, সৰু মুখত বৰ কথা দেখো তোৰ !" এই বুলি ডবিয়াই খেদি বাট চৰাৰ দুৱাৰ বন্ধ কৰিলে। মোৰ তেতিয়া কি হৈছিল কব নোৱাৰোঁ, মুখৰ মাত নোলায়, শৰীৰত তৃণ এডাল ডাঙিবৰ বল নাই ; মই বাট চ'ৰাৰ কাণতে বহি পৰিলোঁ। কিমান সময়ৰ পাছত মই কব নোৱাৰোঁ, মোৰ অলপ তত চাপিল, মই বুজিলোঁ মই দৰিদ্ৰ, মই সহায়-সাৰথি হীন, আৰু মই নিৰাশ্ৰয়। মোৰ একো উপায় নাই ! তুলীয়াইতক ওচৰলৈ মাতি কলোঁ "মোকে দোলাত ল"।

দুলীয়াহঁত কেতিয়া ঘৰ পালে কব নোৱাৰোঁ, সাৰ পাই দেখোঁ মই মোৰ ভগা ঘৰত ; শুনিলোঁ মাইক খৰি দিবলৈ নিছে, আৰু শুনিলোঁ মই আহি পোৱালৈকে হেনো তেওঁ "নাউপিতি, নাউপিতি কৰি আছিল"। মোৰ অৱস্থা তেওঁ দেখি "হা, বাপ" বুলি প্ৰাণ এৰিলে !

আজি মই উকীল, ওকলাতী কৰোঁ হিমালয় পৰ্ব্বতত। মোৰ মোকৰ্দ্দমা অলেখ, কিন্তু উদ্দেশ্য একেটা—মায়া শাসন।

———

# মই আৰু নকওঁ।

১৫১০ শঁক, কাতি মাহ, অমাবস্যা ৰাতি। আকাশ দিগন্ত জুৰি মেঘে ছাটি ধৰাত তাৰাই তাৰ প্ৰতিকাৰ কৰিব নোৱাৰি পিপিনীয়ে সূতা ছিগা তাতৰ সূতা জোৰাব নোৱাৰি থওতে আধাবোৱা কাপোৰ হুড়োথৰ কৰাৰ দৰে সিহঁতৰ নিজৰ অকণি অকণি জিলিকনি লুকাইছে আৰু অসহায় পথিকক হাবি বননিতে এৰি অপাৰ আনন্দ লভিছে। গঞাঁ। ভাইহঁতে গৰু গাই চপাই মনৰ আনন্দেৰে লৰা-ছোৱালাক লগত লৈ জুহালৰ ওচৰত বহি নানা তৰহৰ কথা-বাতৰা পাতিছে। কাণীয়া ভকত সকলে নিজৰ ৰৰ মৰমৰ—যি মৰম তেওঁবিলাকৰ ডাঙৰ লৰাটিয়েও নাপায়, যাক তেওঁলোকে সকলো ধন-বিভূতি আন কি নিজৰ অমূল্য শৰীৰ উছৰ্গা কৰিও প্ৰকৃত মৰম কৰা হোৱা নাই বুলি ভাবে—সেই চিৰ সহচৰ ধোঁৱা-খোৱাটি ওচৰত লৈ জুহালৰ কাষত নিজ অভিৰুচি মতে আসনত বহিছে আৰু মাজে মাজে তেওঁলোকৰ প্ৰিয়ক হুই এবাৰ চুমা খাই বিশ্বপ্ৰেমত পৰি মতলীয়া হৈছে, আৰু কেতিয়াবা তাৰ প্ৰতিকাৰো কৰিছে। মাইকীয়ে কেচুৱা লৰা বুকুত সাবটি বিছনাত পৰি "অ হাপা, নাহিবি আমাৰ বাপাই নাকান্দে" কৰি নানাবিধ গীত

গাই লৰা জিত কৰিছে। এনেহুৱা তিৰোতাই আকৌ সেই চলন্তে নিজৰ শৰীৰটো অলপ পোনাইছে—লৰাই কান্দিছে, মাকে হলে চকু মেলি চোৱা নাই।

নগৰত আজি ধুমধাম। নাওলায় নাওলায় হাওৰী মুতুৰী সকলোৱে কলপুলি পুতিছে আৰু তাত ভিন ভিন আহিলা-পাতি দি বস্তি লগাইছে—যেন ৰাজকোঁৱৰৰ বিয়াহে। দোকানী মহাজনৰ সাজ-পাৰ অলপ আজি চৰা; ঠায়ে ঠায়ে গীত বাজানাৰো ব্যৱস্থা কৰিছে। নগৰৰ ভিতৰ সোমালে আজি দিন বুলি ভ্ৰম হয়।

এনে সময়ত গুৱাহাটী নগৰত ১৮ বছৰ বয়সীয়া এজনী সুশ্ৰী গাভৰু ছোৱালীয়ে হাতত লাখুটি লৈ অতি নিৰ্ভয় মনে যেন কোনো এটা ডাঙৰ কাম সাধিবলৈ অতি ব্যগ্ৰ অথচ ধীৰে ধীৰে কিবা এটা বিচাৰি আলি বাটত ইফাল-সিফাল কৰিছে। তেওঁ এবাৰ থমকিল আৰু মনত কিবা গুণি ৰাজ বাটেদি বেগ দিলে। ঘাটত যেয়ে লাগ পায় সেয়ে চায় কিন্তু মাতিবলৈ সাহ নাপাই বাট এৰি কাষাৰ হয়। তেওঁ কিছু দূৰ গৈ এজনী আদহীয়া তিৰোতাক অলপ দূৰত দেখিয়েই—"অ মাই, ইমান পৰ তুমি কত আছিলা আহা, ঘৰলৈ যাওঁ।"

আৰু—কি আই পছুম, তই অকলে ৰাতি ওলাই আহিলি কিয়? মোৰ ফুকননীৰ লগত কথা-বাতৰা পাতোঁতে অলপ পলম হল হয় কিন্তু অহিলোঁ নহয়—ৰাতি তো বেছি হোৱা নাই।

---

* পতুলি।

পদুম—আহা, ঘৰলৈ আহা ঘৰত কম।

মাক-জীয়েক দুয়ো আহি ঘৰ পালে আৰু জুই-ছাই ধৰি দুয়ো বহিল।

মাক—পদুম, তই কি কওঁ বুলিছিলি ক এতিয়া!

প—মাই, মইনো কি কম? কওঁ বুলিছিলোঁ। হয় কিন্তু এতিয়া দেখো কব নোৱাৰোঁ।

মা—মোৰ আগত তই লুকাব লাগে নে? তই নো আৰু কাৰ আগত কবি! সকলোৰে দেখো মূৰ খাইছা। ক কি কথা! একো লাজ নাই।

প—লাজ কৰিলে তো নহয়েই; কিন্তু—

মা—কিন্তু কি! কৈ পেলা।

প—তুমি বোধ কৰোঁ গোলাপক চিনি পোৱা?

মা—(সন্দেহ মনে) এৰা, চিনি পাওঁ; সি ফুকনৰ ঘৰত কাকতীৰ কাম কৰে।

প—সেই গোলাপেই আজি কেবা দিনৰেপৰা বাটেৰে যাওঁতে-আহোঁতে মোৰ ফালে চাই যায়; মোৰো কেতিয়াবা কেতিয়াবা তাৰ চকুৰে চকুৰে পৰে। আজি দেখো গধূলি তুমি যোৱাৰ অলপ পাছতে সি আমাৰ বাট চৰাৰ ভিতৰ সোমাল আৰু "এইপিনে মাত দিয়া, এই পিনে মাত দিয়া" কৰি আতাহ পাবিব ধৰিলে। তাৰ অতাহ শুনি মই ভিতৰৰ পৰা গৈ "কিয় মাতিলে" বুলি সোধোঁতে দেখো সি এটা মিচিকীয়া হাঁহি মাৰি কলে—"এৰা, তোমাৰ লগত অলপ কথা হওঁ

বুলি আহিছিলোঁ।।" তাকে শুনি মই বেজাৰ ভাবে কলোঁ। "কি কথা কওঁ বোলে কওক"; তেতিয়া সি কলে "এতিয়া সুবিধা নহব। তুমিয়ে কোৱা মই কেতিয়াকে আহিম?" মই কলোঁ। "আপোনাৰ ইচ্ছা।" তেতিয়া সি "তেন্তে মই ৰাতি কিছু হলে আহিম দেই।" বুলি গুচি গল। সি যোৱাৰ পাছত তাৰ কোৱা কথা আৰু তাৰ কথা কোৱাৰ লহৰ ভাবি মই মহা চিন্তাত পৰিলোঁ।—কিমান কথা পাণ্ডিলোঁ। কিমান ভাঙিলোঁ। তাৰ অন্ত নাই। পাছত এটা কথা মনত পৰিল— পিতাদেৱে কৈছিল সি হেনো ব্ৰহ্মাস্ত্ৰ; তাৰে ব্যৱহাৰ কৰি প্ৰমাণ চাবলৈ ঠিক কৰিলোঁ।। পাছত তুমি আহিবা আহিবা বুলি ভাবি থাকোঁতে বেলি পৰি আহিল—মোৰো উগুল থুগুল ভাব বাঢ়ি মোক অস্থিৰ কৰি তুলিলে—শেষত জুই ছাই ধৰিবলৈ এৰি, সন্ধ্যাৰ গোসাঁই ঘৰৰ কামো নকৰি তোমাক বিচাৰি ওলাই গৈছিলোঁ।। বাৰু মাই,তুমি কোৱাচোন এতিয়া কি কৰা ভাল?

ম—( অলপ নমতাকৈ থাকি ) কি সেই কুকুৰৰ পুতেকে তোক তেনে কথা কৈছে! বল, এতিয়াই কুকনৰ ওচৰত কৈ বেটাৰ আঠুৰ বিলা কাঢ়াওঁ। ইমান সাহ! ইমান কলিজা!! বৰা মৰিলেও বৰাণী জীয়াই আছে—বামন হৈ চন্দ্ৰলৈ হাত মেলে! মইহে যদি হুলিৰাম বৰাৰ ঘৈনী হওঁ তাক ইয়াৰ উচিত পুৰস্কাৰ নিশ্চয় দিহে এৰিম।

প—ইমান খং কৰা কিয় আই? বেছি খং উঠিলে মানুহে ধৈৰ্য্য হেৰুৱাই নিজ কৰ্ত্তব্যৰ পৰাও পিছুলি পৰে।

মা—তই কৈছ কি ! গোলাপ,বৰুৱাৰ ঘৰৰ নহৈ ফুকনৰ ঘৰৰ হলেও যেতিয়ালৈ নিজ কুল-গৌৰৱ নাপাহৰোঁ, নিজ জাতিৰ নাম নুভুলোঁ। শৰীৰত এটোপা তেজ থাকে মানে তেতিয়ালৈ মই এনে কথা শুনি ধৈৰ্য্য ধৰি থাকিব নোৱাৰোঁ। হে হৰি ! মোক এনে কথা শুনিব দিয়াৰ আগতে মাৰি নেনিলা কিয় ! হায় মোৰ জাতীয় সন্তানসকল, কোন কত আছা আহা, তোমালোকৰ বিধবা ভনীক এই বিপদ-সাগৰৰ পৰা উদ্ধাৰ কৰাহি। পদুম, পদুম, আহ, ফুকনৰ ঘৰলৈ যাওঁ।

পঃ—মাই ধৈৰ্য্য ধৰা, অধীৰ নহবা। তুমি মোক ইমান ভাল পাইছিলা, আজি নো কথা যাবো নুশুনানে ? মই এটা ভাল বুধি সাজিছোঁ। শুনা যদি কওঁ।

মাক—( নিমাত। )

প—মই ভাবিছোঁ সি ফুকনৰ বিষয়া, ফুকনৰ আগত গোচৰ দিলে কি জানি আন বিষয়াৰ সহানুভূতিত কেনেবাকৈ সাৰেই—আৰু তেতিয়া হলে সি আমাৰ অহিত কৰিবলৈ সদায় চল চাই থাকিব। আৰু এটা কথা,—পুৰাণ আদিত পোৱা যায় ডেকা কালত কোনো কোনোটিয়েহে নিজ স্বভাৱ ঠিককৈ ৰাখিব পাৰে। সি মনৰ গতি সম্ভালিব নোৱাৰি মোক তেনে কথা কলেই বা ভাৱ-পৰা মোৰ হওঁতে বিশেষ একো হানি হোৱা নাই। যদি আমি ফুকনৰ ওচৰত গোচৰ দিওঁ—ফুকনে ন্যায় বিচাৰ কৰিলে সি নিশ্চয় কঠোৰ শাস্তি ভুগিব লাগিব, তাৰ জীৱিকাৰ পথ বন্ধ হব। সামান্য

এষাৰ কথাৰ বাবে তেনে এজন সামান্য মানুহৰ চাউল মাৰিবলৈ আৰু চিৰকাললৈ তাক ঘুণি কৰিবলৈ মোৰ সত নাযায়। মই ভাবিছোঁ তাক এনেদৰে নিজে শাস্তি দিওঁ যাতে তাৰ স্বভাৱৰ সাল-সলনি ঘটে আৰু সেই শাস্তিকে যেন উপকাৰ বুলি ভাবি চিৰকাললৈ সি আমাৰ ওচৰত শলাগ লৈ থাকিব পাৰে।

মা—( নম্ৰ ভাৱে ) বাক, তই তাক কি শাস্তি দিও বুলিছ কচোন।

প—সেইবোৰ কথা কলে বহুত সময় যাব, গোলাপ কেতিয়া আহে ঠিক নাই; তুমি আগতে থাকি সকলো দেখিবা—তোমাক যি দৰে থাকিবলৈ দিওঁ সেইদৰে থাকিবা মাথোন। যদি মই দিয়া শাস্তিত তুমি সন্তুষ্ট নোহোৱা তেন্তে ৰাতিপুৱা গৈ ফুকনৰ ওচৰত গোচৰ দিব পাৰিবা।

মা—( অনিচ্ছা ভাৱে ) কৰ কি কৰ, মই হলে নাজানো।

প—মাকাৰ লগ এৰি লৰালৰিকৈ ঘৰৰ পোলি এটা ভালকৈ সজালে আৰু মাকক কলে "মাই,তুমি আমাৰ শোৱা পোলিত বহি থিৰিকীয়েদি চাই থাকা। এই বুলি কৈয়েই তামোলৰ বটাটো লৈ পীৰা এখানৰ ওচৰত ঢাৰি এখন পাৰি গীতা পঢ়িবলৈ ধৰিলে। পহুমে গীতাৰ শ্লোক মাতিছে আৰু নিজে নিজে তাৰ ভাঙনী কৰি বুজি গৈছে। এইদৰে পঢ়ি থাকোঁতে তলৰ শ্লোকটো পালে—

আবৃতং জ্ঞানমেতেন জ্ঞানিনো নিত্য বৈৰীণা।

কামৰূপেণ কৌন্তেয় দুষ্পূৰেণানলেনচ ॥ ৩৯ ॥ তৃতীয় অধ্যায়

শ্লোকটি পঢ়ি অলপ ভাবিলে ; তাৰ পাছত আকৌ তাকে পঢ়িলে—

এইবাৰ শ্লোকটি পঢ়ি অন্ত কৰিবলৈ নৌ পাওঁতেই দুৱাৰত খিটিং কৰি এটা শব্দ উঠা শুনিলে। পদুমে উলটিচালে আৰু গীতাখান সামৰি দুৱাৰখান মেলি দেখে যে, দুৱাৰ মুখত গোলাপ থিয় দি আছে। পদুমে গোলাপক দেখি কলে—"আপুনি ইয়াত নমতা নোবোলাকৈ থিয়হৈ আছিল যে মোক নামাতিলে কিয় ? আহক,ভিতৰলৈ আহক বহক হি।"

গোঃ—নালাগে, মই আৰু যাওঁহে। তোমাক মাত দি যাওঁ বুলিহে দুৱাৰত শব্দ কৰিছিলোঁ।

পঃ—নহয়, আপুনি আহিবই লাগিব, অথনি আহোঁ বুলিছিল নহয়।

গোঃ—বাৰু বোলা।

এই বুলি ঘৰ সোমাল। পদুমে গোলাপক আদৰ কৰি বহুৱালে আৰু তামোলৰ বাটাটো আগত দি লে।

গোঃ—তামোল আৰু নাখাওঁ—মই যাওঁহে।

পঃ—বাৰু তামোল যদি নাখায় নালাগে—তেতিয়া কি কথা কওঁ বুলিছিল কওক।

গোঃ—পদুম, তোমাৰ আগত বহুত কথা কওঁ বুলি আহিছিলোঁ, কিন্তু আজি আৰু মোৰ মুখৰপৰা সেইবোৰ কথা নোলায়। মই ইয়ালৈ আহাৰ বহুত সময় হল, কিন্তু তোমাক মাতিবলৈ মোৰ সাহ নহল ; ধন্য তোমাৰ বংশ। ধন্য তোমাৰ পিতৃ-মাতৃ!! তুমি কায়স্থৰ কন্যা

হলেও আমাৰ নমস্য। বাৰু পদুম, এতিয়াই যে, তুমি শ্লোকটি গাইছিলা আকৌ এবাৰ মাতাচোন।

পঃ—ইস্ আপুনি আচাৰ্য্যৰ ঘৰৰ লৰা, আপুনি জানো নাজানে!

পোঃ—নহয় পদুম, জানিও নাজানা হৈছোঁ।—আজি তোমাৰ মুখৰপৰা যি শুনিলোঁ, যি শিকিলোঁ সি নানা শাস্ত্ৰৰ শিক্ষাতকৈও মূল্যবান।

পঃ—হৈছে বাৰু মোৰ গুণ গাব নালাগে শুনক—এই বুলি শ্লোকটো মাতিলে।

গো—ইয়াৰ ব্যাখ্যা বাৰু আৰু এবাৰ কৰাচোন—তোমাৰ মুখৰ পৰা শুনোঁ।

প—কামেই জ্ঞানী সকলৰ নিত্য শত্ৰু, -তাক ভোগ কৰাৰ সময়ত সি সুখদায়ক, পৰিণামত দুখদায়ক, এই নিমিত্তে সি নিত্য শত্ৰু। ই দুষ্পুৰ—কোনো মতেই ইয়াৰ পূৰণ নাই (হেপাহ নপলায়)। আৰু ই সন্তাপৰ কাৰণ—গতিকে অগ্নিতুল্য। এই কথাষাৰ ভগবান শ্ৰীকৃষ্ণে অৰ্জ্জুনৰ আগত কৈছিল।

গো—(অলপ নম্ৰতাকৈ বৈ। তোমাৰ মুখৰ এই অমৃতময় ভাওনীয়ে যদিও মোক মোহিত কৰিবলৈ খোজে কিন্তু মোৰ হিয়াত লগতে তোমালৈ এটা ঘৃণাৰ ভাব উঠিছে। চোৱা, মই বামুণৰ ঘৰত উপজি পাষণ্ডই হলোঁ, তুমি ইমান শিক্ষিতা হৈয়ো কিয় মন বান্ধিব পাৰা নাই।

প—(মিচিকীয়াই হাঁহি মাৰি) আপুনি মোৰ এই সাজ-পাৰ আৰু

আপোনাৰ লগত কৰা ব্যৱহাৰ দেখিয়েই বোধ কৰোঁ ভেনে ভাব মনলৈ আনিছে। আমাৰ মানুহৰ এইটো বৰ বেয়া স্বভাব যে, প্ৰায় সকলো সময়ত সকলো কথাৰে বেয়াৰ ফাললৈহে ভাবে। সেই সন্মুখত থকা কৃষ্ণমূৰ্ত্তিটি দেখিছে নে? তেওঁৰ উদ্দেশ্যে দিয়া নৈবেদ্য, ধূপ চাওক। মোৰ মন প্ৰফুল্ল হবলৈ আৰু তেওঁৰ চৰণত মন ৰাখিবলৈ নানা বিধ ফুলেৰে এই পোলিটো সজাইছোঁ— আপোনাৰ উদ্দেশ্যে নহয়। প্ৰতি অমাবস্যা, পূৰ্ণিমা আৰু একাদশীত এইদৰে পিতাৰ আদেশত মাহত তিনি বাৰকৈ ঘৰৰ ভিতৰত ঈশ্বৰ উপাসনা কৰোঁ—আন দিন গোসাঁই ঘৰতহে হয়। স্বামী গুৰুৰ পৰা বঞ্চিত হবৰ দিন ধৰি কৃষ্ণয়ে এইদৰে চলাইছে।

গো—( কিছু পৰ নমতাকৈ ৰৈ ) পদুম, চোৰে চোৰৰ ঠেং দেখাৰ দৰে পাপীয়ে সকলো ফালে পাপহে দেখে—ক্ষমা কৰিবা। (আৰু অলপ ৰৈ) উস্ কি কুক্ষণত, নহয় সুক্ষণত আহি তোমাক লাগ পালোঁ। পদুম, তুমি ক্ষমা নকৰিলে মোৰ নিস্তাৰ নাই ক্ষমা কৰা—আজিৰপৰা আৰু মই তেনে কথা কাকো নকওঁ।

প – কোৱা আৰু চোৱা নিজৰ ইচ্ছাধীন কাম। আপুনি এৰোঁ বুলিলে এৰিবলৈ কি?

গ—কিন্তু মনক বশ কৰা বৰ টান; তুমি ইয়াৰ কিবা উপায় দিব পাৰা নে?

প—উপায়! আপুনি আহি যি দেখিছে সেয়েই। কিন্তু ইয়াকে কৰিবলৈ

অলপ হৃদয়ত বল লাগে। কামে ইন্দ্ৰিয়বোৰক আশ্ৰয় কৰে আৰু সি জ্ঞানক ঢাকি পেলায়; তেতিয়া ইন্দ্ৰিয়বোৰৰ দ্বাৰা আত্মা বিমুগ্ধ হয়। এই বাবে আগেয়ে ইন্দ্ৰিয়বোৰক দমন কৰি নিজৰ ইচ্ছাধীন কৰিব লাগে।

ইন্দ্ৰিয়বোৰৰ ভিতৰত মন শ্ৰেষ্ঠ আৰু মনতকৈ বুদ্ধি শ্ৰেষ্ঠ। এই বুদ্ধি সুস্থ নহলে শাস্ত্ৰ বা গুৰুৰ উপদেশে একো হিত সাধিব নোৱাৰে। বুদ্ধি সুস্থ হলে ইন্দ্ৰিয়বোৰ আপুনি দমন হব তেতিয়া দুৰ্জ্জয় কামৰূপ শত্ৰুৱে কেনেকে আগত দেখা দিব? বৰং পৰমাত্মাক দেখি জীব মোহিত হৈ পৰমানন্দময় হব পাৰে। বাৰু, আপুনি ঈশ্বৰ বিশ্বাস কৰে নে?

গো—দেবি! মোৰ সমান নৰাধম কোন আছে? আজি তোমাক দেখিহে ঈশ্বৰলৈ মনত পৰিছে?

প—আপুনি শাৰীৰিক ব্যায়ম কি কি কৰে?

গো—দুকনৰ ঘৰলৈ যোৱা আৰু আহা, ইয়াৰ বাহিৰে একো নাই।

প—ই অতি সামান্য; শাৰীৰিক আৰু মানসিক উভয় স্বাস্থ্য থাকিলে ইন্দ্ৰিয়ৰ দুৰণীয় ৰোগ জন্মিব নোৱাৰে। আপুনি অন্ততঃ এঘণ্টা শাৰীৰিক শ্ৰম কৰিব। চৰিত্ৰ সংশোধনৰ অৰ্থে আহাৰবো এটা নিয়ম থাকিব লাগে। উত্তেজক পানাহাৰ একেবাৰে নিষিদ্ধ আৰু সুৰাপানো নিষেধ। ইয়াৰ উপৰি এলাহ আৰু কুসংসৰ্গ এই দুটা ডাঙৰ বৈৰী। এলাহৰ বশ হৈ মানুহ কেৱল বহিয়েই নাথাকে, প্ৰায় কুচিন্তা

কৰি সময় নিয়ায়। অন্য চিন্তা নাথাকিলে ইন্দ্ৰিয় সুখৰ চিন্তাই বেছি বল কৰে। সেই নিমিত্তে কেতিয়াও এলাহৰ বশ হৈ বহি থাকিব নালাগে—বৰং নিজৰ সাংসাৰিক অৱস্থা উন্নত কৰিবলৈকেই চিন্তা কৰিব লাগে। কিন্তু বেছিকৈ নিজৰ কাম-কাজৰ কথা চিন্তা কৰিলে মানসিক উন্নতিৰ বিশেষ আশা নাই, সেই কাৰণে আজৰি সময়ত ভাল ভাল সাহিত্য, বিজ্ঞান-দৰ্শন আদি পুথি পঢ়িব লাগে। তাক কৰিবলৈ ভাল নাপালে আকাশ চাইও সময় কটাব পাৰি,নহলে নিজৰ বা আনৰ লৰা-ছোৱালীৰ লগত কথা-বাতৰা পাতি বা শিক্ষা দি সময় নিয়াব পাৰি। ওচৰ চুবুৰীয়াৰ বা-বাতৰি লোৱা আৰু সিবিলাকক সজ উপদেশ দিয়া আদি কামতো সেই সময় খিনি লগাব পাৰি।

কুসংসৰ্গে কৰিব নোৱাৰা একো নাই। এই কাৰণে ভয়ে ভয়ে সেই কাল সৰ্পবোৰৰপৰা নিলগতে আঁতৰ হব লাগে। যিবিলাক ইন্দ্ৰিয়পৰৱশ, অশ্লীলভাষী, অশ্লীল আমোদ-প্ৰমোদ ভাল পোৱা মানুহ সিবিলাকৰপৰা নিলগত থাকিব লাগে। কিয়নো ইবিলাকৰ উদাহৰণত, উচটনিত, কথা-বাতৰাত নিজক যেই সেইটিহে ঠিক ৰাখিব পাৰে। আমাৰ কিছুমান সভ্য নামধাৰী সমাজত থকাৰ এটা প্ৰধান অমঙ্গল এই কুসংসৰ্গ। বাপুটি, আপুনি বিবাহিত নে ?

–( গোলাপে মুখেৰে মাতিব নোৱাৰি মুৰ দপিয়ায়। )

প—বৰ সুন্দৰ কথা ; এতিয়া ওপৰত উনুকিয়াই আহা কথা খিনি আপুনি এবাৰ ভাবি পৱিত্ৰ দাম্পত্য প্ৰণয়ত কাল কাটাবলৈ যত্ন কৰিলে সোনকালে নিজক চিনিব পাৰিব। কিন্তু ঈশ্বৰ চিন্তা মূলত লাগিব—মনত বাখিব যেন। সাদ্যহতে আপোনালোকৰ বামুণৰ নিত্য-নৈমেত্তিক কৰ্ম্ম খেনি কৰিলেই যথেষ্ট হয়—সৰহ নালাগে।

গো—( গোলাপে পদুমৰ ভৰিত ধৰি কবলৈ ধৰিলে ) দেবি, মোক এই বাৰলৈ ক্ষমা কৰা ; মই পাপ ভাব লৈ আছিছিলোঁ, .ক্ষমা কৰা। তোমাৰ চৰণত ধৰি কৈছোঁ, কেতিয়াও কাকো তেনে কথা মই আৰু নকওঁ।”

প—ছি, ছি, আপুনি কি কৰিছে ! আপুনি কথা সুধিছে, মই কৈছোঁ। এয়ে মোৰ অগৰ।

ঠিক সেই সময়তে পদুমৰ চিঞৰৰ মতে পদুমৰ মাক তাতে ওলাল। পদুমে কলে—“চোৱা মাই, এওঁ কি কৰিব ধৰিছে !”

মাক—“বাক যা গোলাপ, আগলৈ আৰু তেনে কথা কাকো নকবি।”

গো—( কান্দোঁ কান্দোঁ হৈ হাত জোৰ কৰি) মই নকওঁ আই, এইবাৰলৈ ক্ষমা কৰক।”

মাক—মই কেতিয়াবাতে ক্ষমিলোঁ, তই ঘৰলৈ যা। গোলাপ বিদায় হল ; ইয়াৰ পাছত গোলাপে কেবাদিনো ফুলবাৰী পদুমৰ ওচৰত গীতা শুনিছিল বুলি শুনা যায়।

# শাস্তি।

গোপাল বাপেমৰীয়া লৰা। গোপাল মালতীৰ আঁচলৰ নিধি পূর্ণি-মাৰ জোন, ঘোপমাৰা আন্ধাৰ ৰাতিৰ আশাৰ জোৰৰ পোহৰ। গোপালৰ পিতাক যেতিয়া মৰে তেতিয়া তেওঁৰ বয়স তিনি বছৰ —বাপেকৰ মূৰ্ত্তি গোপালৰ মনত পৰে নপৰে। গোপালৰ মাক মালতীয়ে গোপালকে সাৰুটি স্বামীৰ ভিঠাতে ডেকা কাল বুঢ়া কৰিবলৈ ঠিক কৰিলে কিন্তু গোপালক ইয়াৰপৰাও বিধিয়ে বঞ্চিত কৰিলে। গোপাল ছ বছৰত ভৰি দিওঁতেই এদিনৰ জ্বৰতে মালতী গোপালৰ চকুৰপৰা আঁতৰ হল।

গোপালৰ ভাগী যুগী নাই—মোমায়েক গুৱাহাটীৰ ডাঙৰ উকীল। উকীলে ভনীয়েকৰ মৰাৰ সংবাদ পাই ভাগিনেকক নিয়ালে। গোপাল লাহে লাহে উকীলৰ ঘৰত উঠিবলৈ ধৰিলে। উকীল কমল লোচন এজন বৰ ধনী লোক কিন্তু কির্পণৰ চৈধ্য পুৰুষ; ধৰচৰ ভয়ত ইমান দিন ভনীয়েকৰ ধৰৰকে লোৱা নাছিল কিন্তু এতিয়া কি ভাবি কৰ নোৱাৰে। ভাগিনেকক নিয়াই ঘৰতে ৰাখিলে।

কমললোচনে গোপালক তৃথীয়া স্কুলত নাম লগাই দিলে। গোলাপ

বৰ চোকা বুধীয়া লৰা আৰু সৰুতে মাক-বাপেক মৰাৰ কাৰণেই নে কি তেওঁ বৰ টেঙৰো আছিল। তেওঁ স্কুলত পঢ়াত মোমায়েকৰ অলপ ধন খৰচ হৈছে আৰু সেই বাবে মোমায়েকৰ অলপ অসন্তোষ সেইটো গোপালে ভালদৰে বুজিছিল। উকীলৰ ঘৈনী, গোপালৰ মামীয়েক এগৰাকী দয়াৱতী তিৰোতা। তেওঁ গোপালক নিজৰ লৰাৰদৰে মৰম কৰিছিল; গোপালেও তেওঁক মাকৰদৰে ভক্তি কৰিছিল আৰু কেতিয়াবা কিবা লাগিলে তেওঁকেই খুজিছিল।

তিনি বছৰৰ পাছতেই গোপালে ছাত্ৰীয়া স্কুলৰপৰা পৰীক্ষা দি বৃত্তি লাভ কৰিলে। খবৰ শুনি উকীলে অন্তৰত বেজাৰ ৰাখি বাহিৰত মিচিকীয়াই হাঁহি দেখুৱালে আৰু বাধ্য হৈ ইংৰাজী স্কুলত নাম লগাই দিলে। গোপালে বছৰে বছৰে যোগ্যতাৰে উত্তীৰ্ণ হৈ সাত বছৰৰ ভিতৰত ইংৰাজী স্কুলৰ পঢ়া শেষ কৰিলে। তেতিয়া গোপাল চেঙেলীয়া ডেকা; তেওঁ স্কুলৰ শেষ পৰীক্ষা দিয়েই তেওঁৰ নিজৰ গাৱঁলৈ গল আৰু মাটি বাৰীৰ খবৰ কৰিলে। দুমাহৰ মূৰত খবৰ ওলাল গোপালে প্ৰথম বিভাগত উত্তীৰ্ণ হৈ কুৰিটকাকৈ বৃত্তি পাইছে। মামীয়েকৰ মনত আনন্দৰ ঠাই নাই; তেওঁ গোপালৰ হাতত এশ টকা দি দিন দিয়েকৰ পাছতেই কলিকাতালৈ পঢ়িবলৈ পঠালে।

স্কুলৰদৰে কলেজৰ পঢ়াও তেওঁ বৰ মনযোগেৰে কৰিবলৈ ধৰিলে।

গোপালে এই সময়ত মোমায়েকৰ ধন খৰচ কৰা নাছিল। তেওঁ যি বৃত্তি পাইছিল তাৰেই চলিছিল; কেতিয়াবা বেছি নাটা-নোজোৰা হলে ছাপাখানাত একো বেলা কাম কৰিছিল। এইদৰে গোপাল কলিকতাত চাৰি বছৰ থাকি বি এ, পৰীক্ষা দি ঘৰলৈ আহিল।

---

( ২ )

গোপালৰ বি, এ, পৰীক্ষা দিয়া সংবাদ লাহে লাহে গোটাই কামৰূপ বিয়পিল ; বিশেষকৈ যিবিলাক স্বজাতীয় কন্যাদায়গ্ৰস্থ সিবিলাকৰ লৰা-ছোৱালীয়েও গোপালক জনা হল।

মাধৱ বৰুৱা গুৱাহাটীৰ এজন ডাঙৰ হাকিম। গোপালে এফ, এ, পৰীক্ষা দিয়াৰেপৰা মাধৱ বৰুৱাৰ কমললোচন উকীলৰ লগত বৰ ভাব। দিনটোৰ ভিতৰত ৰাতিপুৱা হওক বা গধূলাই হওক এবাৰ দুয়োৰো ভিতৰ ত দেখা দেখি নহলেই নহয়। মাধৱ বৰুৱাৰ এজলাচলৈ যি মোকৰ্দ্দমাৰেই কোমললোচন উকীল হৈ যাওক তেওঁৰ জয় অৱশ্যম্ভাৱী।

গোপাল কলিকাতাৰপৰা আহি দিন চেৰেক মোমায়েকৰ ঘৰত থাকি তেওঁৰ গাৱঁলৈ গল। গোপাল গাৱঁলৈ যাব বুলি গাৱঁৰ মানুহে নাভাবিছিল—ভাবিছিল গোপাল এতিয়া ডাঙৰ মানুহ,ডাঙৰ মানুহৰ লগত সম্বন্ধ কৰিব, ডাঙৰ কাম কৰিব আৰু নগৰত ঘৰ দুৱাৰ কৰি থাকিব— তেওঁলোকৰ লগত গাৱঁত থাকিব কিয় ? গোপালে যেতিয়া গাৱঁৰ মানুহৰ আগত তেওঁক পূৰ্ব্বৰ সাতামপুৰুষীয়া ভিঠাত থকাৰ কথা উলিয়ালে গাৱঁৰ মানুহ আচৰিত হল। আৰু সকলোৱে লগলাগি তেওঁক ঘৰ-দুৱাৰ বান্ধি দিলে।

আজি মাধব বৰুৱাৰ মনত বৰ অশান্তি—তেওঁ অলপ কথাতে মৰমৰ লগুৱাটিক চৰ এটা মাৰি খেদি দিলে ; আজ্ঞা ভাল নহল বুলি ঘৈনীৰ ওপৰত থং কৰি ভাত আধা খোৱা কৰি কাছাৰিলৈ গুচি গল। আৰু সেই দিনা তেওঁৰ এজলাচত পৰা সকলো মোকৰ্দ্দমাৰে বিপৰীত ৰায় দিলে। দুইজন মান উকীলে তাত হুকা-বাধা কৰাত "অনধিকাৰ চৰ্চ্চা" বুলি তাৰপৰা যাবলৈ আদেশ কৰিলে।

আজি হাকিম কাছাৰিৰপৰা ঘৰলৈ নগৈ পোনে পোনে উকীলৰ ঘৰ পালে। অসময়ত হাকিমৰ আগমন দেখি উকীল উদ্বিগ্ন হৈ বাজলৈ আহি তেওঁক অভ্যৰ্থনা কৰিলে। হাকিম বহিয়েই কলে—শুনিলোঁ। আপোনাৰ ভাগিনেকে গাৱঁতগৈ ঘৰ সাজিবৰ কাৰবাৰ কৰিছে! মই নো তেন্তে তেওঁত কন্যা কেনেকে দিওঁ! মোৰ ছোৱালী নগৰত উপজিছে, নগৰত ডাঙৰ হৈছে, তাতগৈ—সেই গাৱঁলীয়া ভূতৰ সমাজত গৈ কেনেকে থাকিব ? আপুনি তেওঁলৈ চিঠি লিখক তেওঁ তাত ঘৰ সাজিব নালাগে। আপুনি জানেই তেওঁৰ বাবেই মই পানবজাৰত ঘৰটো সজাইছোঁ।—এতিয়াৰপৰাই তেওঁ তাত থাকিব পাৰে দেখোঁ। আৱশ্যক বোধ কৰিলে তাকো আপুনি চিঠিত লিখিব।

"হয়, মইয়ো আজি কাছাৰিত গাৱঁৰ এজন মানুহৰপৰা শুনিলোঁ। মই আপোনাক সুধি আজি লিখিম হে বুলিছিলোঁ। কলিকতাৰপৰা

আহি ইয়াত থাকোঁতে মই সকলো কথা গোপালক কওঁ বুলিছিলোঁ।— আপুনিহে পৰীক্ষাৰ খবৰ ওলোৱালৈ বাট চাই হাক দিলে; বাৰু মই আজিয়েই লিখিম। "চিঠিত আপুনি সকলো কথা খুলি লিখিব। মই এতিয়া আহোঁ," এই বুলি হাকিম নিজ ঘৰলৈ গল উকীলে—গোপাল হাকিমৰ জোৱায়েক হবলৈ সম্মত হলে ধন লাভ, সহায় লাভ, হাকিম পদ লাভ আদি সকলোবোৰ সম্ভব-অসম্ভৱ কথা বৰ্ণাই তেতিয়াই গোপাললৈ এখন দীঘলীয়া চিঠি লিখি তেওঁক মাতি পঠালে।

যথাসময়ত পত্ৰ গৈ গোপালৰ হাতত পৰিল। গোপালে দশ মিনিট মানে পত্ৰখন পঢ়ি কিছু পৰ নিমাত হল। পাছত তাৰ উত্তৰ স্বৰূপে মোমায়েকলৈ বহুত কাকুতি-মিনতি কৰি ঢেৰ কথা লিখিলে আৰু শেষত লিখিলে—"আপুনি মোৰ পালক আৰু সম্বন্ধত মামা, গতিকে পিতৃস্বৰূপ, প্ৰাৰ্থনা কৰোঁ। আপুনি মোক ইমান ডাঙৰ মানুহৰ লগত সম্বন্ধ কৰিবলৈ আদেশ নিদিব। মই চাৰিদিন মানৰ পাছতেই আপোনাৰ ওচৰত উপস্থিত হম।"

উকীলে গোপালৰ চিঠি পাই খণ্ডত অধীৰ হল আৰু বহুত গালি-শপনি পাৰি বাগতে 'নিমখ হাৰাম' আদিও প্ৰয়োগ কৰি পুনঃ পত্ৰ লিখিলে। গোপালে এই পত্ৰখনো পঢ়িলে কিন্তু তেওঁৰ অলপো ভাব নলৰিল—পূৰ্ব্বৰ দৰে বিনীত ভাবে উত্তৰ লিখি শেষত লিখিলে "আশা কৰোঁ এই বিষয়ে অধমক ক্ষমা কৰিব।"

ইয়াৰ এদিন পাছতেই পৰীক্ষাৰ খবৰ ওলাল—গোপাল প্ৰথম বিভাগত

বি, এ, পাছ হৈছে। পৰীক্ষাৰ খবৰ শুনি হাকিম আৰু অস্থিৰ হল আৰু নিজে পাছ দিনা ৰবিবাৰ পাই গোপালৰ ওচৰত উপস্থিত হল গৈ। গোপালে হাকিমৰ আগমনৰ কাৰণ বুজিব পাৰি বিনয়-নম্র-বচনে তেওঁৰ প্রস্তাৱত অসম্মতিৰ ভাব প্ৰকাশ কৰি তেওঁক বিদায় দিলে। সেই দিনৰপৰা উকীল আৰু হাকিমৰ মনান্তৰ ঘটিল—গোপাল, হাকিম আৰু উকীলৰ চকুৰ শূল হল। ইয়াৰ পাছত গোপাল ২।৩বাৰ মোমায়েকৰ ঘৰলৈ গৈছিল—কিন্তু গোপালে এদিনো মোমায়েকৰ মুখৰ মাত আষাৰ নাপালে।

———

গোপালে লৰা কালৰেপৰা চাকৰিক বিণ কৰিছিল; উকীল ব্যৱসায়টোকো "কথা বেচি খোৱা" বুলি ঠাট্টা কৰিছিল। তেওঁ কোনো ব্যৱসায় কৰিবলৈও উপায় নাপাই বাপতীয়া মাটিখিনিকে আধি দি নিজ ঘৰতে এখান পঢ়াশালি পাতিলে। কলিকাতাত থাকোঁতে তেওঁ অলপ মিস্ত্ৰী কাম শিকিছিল। তেওঁ সেই শিক্ষা কামত লগাবৰ অৰ্থে তেওঁৰ বাৰীত থকা ভাল ভাল গছবোৰৰ তক্তা ফালালে আৰু সেইবোৰৰ নানাবিধ ঘৰুৱা সাজ তৈয়াৰ কৰিবলৈ ধৰিলে। গোপালে ৰাতিপুৱা সক সক লৰা-ছোৱালীক পঢ়ায়, দুপৰীয়া গাৱঁৰ ডেকা লৰাবিলাকক মাতি আনি সিহঁতৰ সৈতে কাঠৰ কাম কৰে, আবেলি গাওঁ ফুৰিবলৈ যায়—কোনে বেয়া পানী খায়, কাৰ ঘৰ-দুৱাৰ অপৰিষ্কাৰ, কাৰ জ্বৰ-নৰিয়া, তেওঁ এইবোৰৰ অনুসন্ধান লৈ ফুৰে। গধূলি আকৌ স্কুল বহে—এই সময়ত মিস্ত্ৰী কাম শিকা ডেকাবিলাক আহে; সিহঁতে পুথি পঢ়িবলৈ শিকে, বাতৰি কাকত শুনে আৰু নানা প্ৰকাৰ নীতি-উপদেশ গোপালৰপৰা লয়। ৰবিবাৰে এই নিয়মে নচলে—সেই দিনা লৰা-ছোৱালীৰ পাঠ নিষেধ, ডেকাৰ কাম বন্ধ—দুপৰিয়া ১২ বজাত হৰি-কীৰ্ত্তন আৰম্ভ হয়—তাত গাৱঁৰ লৰা-ছোৱালী,ডেঁকা-গাভৰু,বুঢ়া-বুঢ়ী সকলোৱে যোগ দিয়ে—গোপালৰ ছাত্ৰ-ছাত্ৰীবিলাকে উপস্থিত লোকবিলাকক অভ্যৰ্থনা কৰে।

নাম প্ৰায় এঘণ্টামান হয়, তাৰ পাছত গোপালে পুথি পঢ়ি টান কথাবোৰ সকলোকে বুজাই দিয়ে। প্ৰসাদ বিলোৱাৰ আগতে গোপালে গাৱঁৰ অভাৱবোৰ আলোচনা কৰে ; কিপ্ৰকাৰে চলিলে নিজৰ অসুবিধা-বোৰ নিজে আঁতৰাব পাৰি—কেমোৰ-আজাৰৰ হাত সাৰিব পাৰি গোপালে সেইবোৰ বুজাই দিয়ে। কোনো কোনো দিন প্ৰসাদ লোৱাৰ পাছতে উপস্থিত ডেকাবিলাকক লগত লৈ দুখীয়া নিচলা মানুহৰ পানীৰ অভাৱ পূৰাই দিয়ে, বাৰীৰ হাবি কাটি চাফ কৰি দিয়ে। এইদৰে কিছুদিন চলোঁতেই গোপালৰ গাওঁ অলচা এখন সুন্দৰ নগৰৰ দৰে হৈ উঠিল।

গোপাল জাতিত বামুণ আছিল ; তেওঁ সেইদৰে যাৰে-তাৰে চুৱা-পাতলি কাটি ফুৰা দেখি সমাজে তেওঁক এৰি থলে। আৰু সিবিলাকৰ লৰা-ছোৱালী তেওঁৰ স্কুলেৰপৰা একৰাই দিলে। ইয়াত গোপাল অলপো নটলিল—তেওঁ নিজ কৰ্ত্তব্য পূৰ্ব্বতকৈ দুগুণ উৎসাহে কৰিবলৈ ধৰিলে। গোপাল স্বজাতিৰ সমাজৰপৰা যদিও এৰা পৰিল, আন ফালে আন আন জাতৰ আন বহুত লোক আহি তেওঁৰ লগত যোগ দিলে। কিছুদিনৰ পাছত গোপালৰ কাম দেখি জাতিবৰ্গ আঁতৰত থৰ লনাৰাবিলে—আজি এঘৰ, কালি এঘৰ কৰি পুনৰ সকলোবিলাক গোপালৰ লগ হল—গোপাল সকলোৰে হল।

গোপালত কন্যা বিয়া দিবলৈ সকলোৰে হেঁপাহ—এই উপলক্ষে গোপাল কম জুলুমত পৰা নাছিল। গোপাল বৰ মিঠামুখীয়া আছিল কিন্তু সময়ত তেওঁৰ শহৰ হবলৈ আহা দুই এজনক কঠুৱা কথাৰে বিদায়

দিব লগাত পৰিছিল। শেষত কন্যাদায়গ্ৰস্থৰ উৎপাত বেছি হোৱাত তেওঁ এদিন নিজ গাৱঁৰে মধ্যে মৰেঁ। হৈ থাকা এজনী দুখুনী বিধবাৰ এক-মাত্ৰ কন্যাক হঠাৎ বিয়া কৰাই পেলালে। বিয়াত ঢুলীয়া-খুলীয়া নাই, গীত জোকাৰ নাই,—লগত গৈছিল পুৰোহিত বামুণটি আৰু ছাত্ৰবন্ধুবিলাক। গাৱঁৰ মানুহে প্ৰথমে খবৰ পোৱা নাছিল, পাছত খবৰ পায়েই কিন্তু কোনো ৰব নোৱাৰিলে—সকলো গৈ বিধবাৰ চো'তাল ভৰি পৰিল। বিয়া হল কিন্তু পৰ মুহূৰ্ত্তত বিধবাই চকু মুজিলে ; মৰিবৰ পূৰ্ব্বক্ষণত বিধবাই গাপালৰ মুখলৈ চাই এটি আনন্দৰ হাঁহি মাৰিলে।

---

গোপালৰ ঘৈণী গোলাপী বৰ স্বামী পৰায়ণা আছিল—স্বামী গুৰু কিহত সুখ পায় গোলাপীৰ সেই এক মাত্ৰ চিন্তা আছিল। বিয়াৰ পাছৰপৰা গোপালে গোলাপীক এজনী ছাত্ৰীৰ দৰে ব্যৱহাৰ কৰি নানা বিষয়ে শিক্ষা দিবলৈ ধৰিলে। গোলাপী অলপ দিনৰ ভিতৰতে সকলো বিষয়ত পৈণত হৈ উঠিল। গোপালে দুখীয়া মানুহক সহায় কৰে, বেমাৰীক শুশ্ৰূষা কৰে গোলাপীয়েও সুবিধা পালে তাক নকৰি নাথাকে। চ'ত মহীয়া বিল-খাল শুকাই গলে গৰু-গাই পানী খাবলৈ নাপাই ঘূৰি ফুৰে, গোলাপীয়ে নাদৰপৰা পানী তুলি সেইবোৰক পানী খাবলৈ দিয়ে; কেতিয়াবা কেতিয়াবা গোপালেও আহি তেওঁক সেই কামত সহায় কৰে। তেওঁলোকৰ ওচৰত এজনী দুখীয়া মছলমানৰ বিধবা তিৰী আছিল; তেওঁৰ একেটি মাত্ৰ লৰা। তেওঁ আগয়ে মাগি-খুজি খাইছিল, পাছত গোপালৰ যত্নত তেওঁ নিজে যত্ন কৰি কোনো মতে মায়ে-পোয়ে পেট প্ৰবৰ্ত্তি চলিব পৰা হৈছিল। এসময়ত লৰাটিৰ টান নৰিয়া হয়; গোপালে খবৰ পাই গৈ লৰাটিক শুশ্ৰূষা কৰিব ধৰিলে কিন্তু বেমাৰ সকাহ নপৰিল; চাওঁতে চাওঁতে এদিন সাজ লাগাওঁতেই বিধবাৰ নয়ন-মণি অন্তৰ্হিত হল—বিধবাই জগত

আন্ধাৰ দেখিলে। গোপালে বিধবাক বহুত বুজাই লগত লৈ আহিল আৰু গোলাপীক সোধাই দি কলে:—"আজিৰেপৰা এও তোমাৰ সখী হল—এওঁৰ যত্ন লবা।" প্ৰকৃততে গোলাপীয়ে সেই দিনাৰপৰা বিধবাক "সখী" বুলি সম্বোধন কৰা হল আৰু বিধবায়ো গোলাপীক পাই সংসাৰৰ সকলো জ্বালা-যন্ত্ৰণা পাহৰিলে।

লাহে লাহে গোপালৰ পঢ়াশালি, কাৰখানা, ৰাতিৰ স্কুল ডাঙৰ হৈ উঠিল। গোপালে গোলাপীক কলে—"ৰাতিপুৱাৰ পঢ়াশালি মই অকলে চলাব নোৱাৰা হলোঁ, তুমি মোক অলপ সহায় কৰিব লাগে।" গোলাপী—কি সহায় কৰিব লাগে নাথ, কওক!

গোপাল—ৰাতিপুৱা তুমিয়ো কিছুমান লৰা-ছোৱালীক পঢ়াব লাগিব; মই তাৰ এখন তালিকা কৰি ৰাখিছোঁ।"

গোলাপী—-পঢ়াবলৈ যে, মোৰ লাজ লাগিব?

গোলাপ—লাজ! কি লাজ প্ৰিয়ে! আৰ্য্য নাৰী হৈ—বিশেষকৈ ব্ৰাহ্মণ কুলত উপজি লৰা-ছোৱালীক শিক্ষা দিবলৈ লাজ! ছাত্ৰ-ছাত্ৰী নিজৰ পুত্ৰ-কন্যাৰ স্বৰূপ। মাক-বাপেকে লগলাগি লৰা-ছোৱালীৰ লগত ৰং-ভামাছা নকৰে নে? তদুপৰি তুমি এটি বস্তু, তোমাক পাই বৰং সিহঁত বেছি আনন্দিত হব।

তেতিয়া গোলাপীয়ে বাহিৰত অলপ বেজাৰ ভাব দেখুৱাই—"আপুনি কি

বত্ন বত্ন কৰি থাকে মই কব নোৱাৰোঁ; মোৰ গাত কি গুণ বা কি ৰূপটো আছে যে, মই বত্ন হলোঁ!"

গোপাল—মৰমৰ পাত্ৰে ভাল পালে সৌন্দৰ্য্য চৰি উঠে; তদুপৰি মধুৰ প্ৰকৃতিৰ লোক যেনে অৱস্থাতে থাকক সি সকলোৰে কণ্ঠ-মণি প্ৰিয়ে।

এনেতে বাঁহিৰত ডাক হৰকৰাই মাত লগালে—গোপাল ওলাই গলত সি এখন চিঠি দি গুচি গল। চিঠিখন খুলি চায় যে চীফ কমিছনাৰে লিখিছে—"তুমি গ্ৰহণ কৰিলে, শিৱসাগৰত তিনি শ টকা দৰমহাত মনচুপৰ কাম দিব পাৰা হয়।" গোপালে চিঠিখন সামৰি "সম্প্ৰতি কাম লবলৈ মোৰ অলপ অসুবিধা" বুলি চীফ বাহাদুৰলৈ চিঠিৰ উত্তৰ দিলে। গোলাপীয়ে এই সংবাদ শুনি আনন্দ পালে।

পাছদিনা স্বামী ভাৰ্য্যা উভয়ে স্কুলত উপস্থিত হল—সেইদিনা লৰা-ছোৱালীৰ আনন্দৰ ঠাই নাই। স্কুলৰ অৱস্থা দিনকে দিনে আৰু উন্নত হবলৈ ধৰিলে। তেওঁ স্কুলৰ যোগ্যবান ছাত্ৰৰ হতুৱাই ওচৰৰ গাওঁবোৰত পূৰ্ব্বৰ ধৰণে আৰু কেইখন মান স্কুল পাতিলে; সেইবোৰ স্কুলতো গোপাল বা গোলাপী গৈ দুই এক মাহ থাকি কাম কৰিবলৈ ধৰিলে। কেই বছৰমান এইদৰে চলোঁতেই তাৰ চাৰিও ফালৰ বহুত গাৱঁত নিৰক্ষৰ লোক নাইকিয়া হল, জৰ নৰিয়া আগতকৈ ১৫ অনা কমিল—কলেৰা লুকাল; মানুহবিলাক সত্যক ভাল পোৱা আৰু ধৰ্ম্মভীৰু

হল—কাঞ্জিয়া খৰিয়াল গুচিল। গোপাল গাৱঁত থাকিবৰ আজি আঠ বছৰ হল—প্ৰথম তিনি বছৰ তেওঁ কেৱল নিজ গাৱঁতে খাটে ; বাকী কেই বছৰত তেওঁৰ কৰ্মক্ষেত্ৰ ক্ৰমাৎ বাঢ়ি গৈ চাৰিওফালৰ সাতখন গাওঁ সামৰে। প্ৰতি বছৰ বহাগ দোমাহীৰ পাছদিনা (বৰ দোমাহীৰ দিনা) একোখন গাৱঁত একোটাকৈ পুখুৰী খন্দায় ; তাত তেওঁৰ একো খৰচ হোৱা নাছিল—কেৱল গাৱঁৰ মানুহৰ লগত তেওঁ কোৰেৰে মাটি কাটিছিল, মাটি পাচিত ভৰাই পাৰত পেলাইছিল ; গোলাপীয়ে দিছিল লোক-বিলাকক তামোল কাটি, জলপান বাটি আৰু হাঁহিথকা মুখৰ সাদৰৰ মাত। মানুহবিলাক গোপাল আৰু গোলাপীৰ ৰূপ-গুণত মোহ গৈছিল—তেওঁলোকে যাকে যি আদেশ কৰে মন্ত্ৰমুগ্ধ হোৱাৰদৰে সেয়ে তাকে পালন কৰিছিল।

( ৬ )

দিন সদায়, কাৰো সমানে নাযায়;—একেবাৰে মানুহে সুখ ভোগ কৰিবলৈ নাপায়, দুখ লানি নিছিগাকৈ মানুহৰ গাত নপৰে,—শোক, তাপ, পীড়া লাহে লাহে আহে আৰু আঁতৰে। এদিন ৰাতি গোপালে ডেকা লৰাবিলাকক খেতিৰ সম্বন্ধে কিতাপ পঢ়ি কিবা বুজাই আছে এনেতে এজন নদিয়াল মানুহ আহি কলে—তেওঁৰ লৰাটিৰ নৰিয়া আজি টান। গোলাপী ওচৰতে আছিল, তেওঁ কলে "আপুনি এওঁবিলাকক বুজায় থাকক মরে চাই আহোঁগৈ" এইবুলি তেওঁৰ সখীক লগত লৈ মানুহজনৰ ঘৰলৈ গল। আহাৰ মাহ, ৰাতি আন্ধাৰ, ৰবষুণো দুই এটোপা পৰিছে—জোক, মহ, সাপৰ তো কথাই নাই—কিন্তু গোলাপী একোলৈকে কটাহি নকৰিলে। গোলাপীয়ে বেমাৰীৰ কাষত বহি মূৰত হাত দিলে ঔষধ নিজে খুৱালে—বেমাৰীয়ে আৰাম বোধ কৰি "মাই" বুলি গোলাপীক সেৱা কৰিলে। সেই সময়তে আন এজন মানুহে কলেহি—"নদীৰ বান্ধটো কি জানি আজি ৰাতি ভাঙিব।" গোপালৰ যত্নতে এই বান্ধটো তৈয়াৰ হৈছিল; বান্ধটো ভাঙিলে খেতি-বাটি নষ্ট হব, ঘৰ-দুৱাৰ ডুব যাব—লগতে গোপালৰ সকলো যত্ন অথলে যাব।

গোলাপীয়ে এই কথা ভাবি তেতিয়াই গাৱঁৰ মানুহৰ ঘৰে ঘৰে সোমাই আগন্তুক বিপদৰ কথা জনালে ; আৰু মানুহবিলাকক লগতে উলিয়াই নি নিজে বান্ধৰ ওচৰত উপস্থিত হল গৈ। তেওঁবিলাকে দেখে যে, সঁচাকৈয়ে বান্ধ ভাঙো ভাঙো হৈছিল আৰু অলপ পলম হলেই তাক ৰাখিব পাৰা নহলহেতেন। সকলোবিলাকে ততাতৈয়াকৈ মথাউৰী মেৰামতি লাগিল, গোলাপীয়ে বৰ ডাঙৰ এটা জোঁৰ লৈ বান্ধৰ ওপৰত থিয় দি পোহৰ দেখুৱাবলৈ ধৰিলে। অদৃষ্টৰ লিখন কোনে খন্দাব—বান্ধ মেৰামত শেষ হওঁতেই ডাকাল সাপ এটাই গোলাপীক খুটিলে—গোলাপী সেই পিনেই ঢলি পৰিল। গোলাপীৰ অৱস্থা দেখি সকলোৱে হাহাকাৰ কৰি কান্দিবলৈ ধৰিলে ; দুজনমান ওজা বিচাৰি কান্দি কান্দি দৌৰিল, দুজনমানে কেঁকুৰি কেঁকুৰি ডোলা আনিলে গৈ। পাছত সকলোবিলাকে য'ৰে যি বস্তু ত'তে এৰি গোলাপীক লৈ কান্দি কান্দি গোপালৰ ওচৰ পালে।

গোলাপীক সাপে খোৱা সংবাদ অলপ সময়ৰ ভিতৰতে চাৰিওফালে ৰাষ্ট্ৰ হল। গোপাল-গোলাপী সকলোৰে প্ৰাণৰ পুতলি—আগত দেখিলে গুৰুজনৰ দৰে ভক্তিভাৱে চায়, নাম শুনিলে মনেৰে সেৱা জনায়। গোলাপীক সাপে খোৱা সংবাদ শুনি চাৰিওফালৰ গাৱঁৰ মানুহ আহি গোপালৰ ঘৰ-চোতাল নধৰা হল—ওজা বহুত আহিল। ধনী ধনী মানুহ বিলাকে কবলৈ ধৰিলে—"যেয়ে আইক জীয়াব, তাক মই এক শ টকা দিম।" কোনো কোনো দুখীয়া মানুহে কবলৈ ধৰিলে "আইক জীওৱা

ওজাক, মই বেহাৰ দুইমোণ দিম।" ইত্যাদি। কিন্তু কালে যেতিয়া ধৰিব সাক্ষাৎ ধনন্তৰীৰ কি ক্ষমতা যে, জীউ দিব পাৰিব। ৰাতি শেষ হল, লাহে লাহে তাৰ পাছৰ দিনো চলিল; পুনৰ ৰাতি হল, ৰাতিৰ পাছত দিন আহিল,—ওজাৰ মন্ত্ৰপাঠ, বিহঢেকীয়াৰ কোব, আগলতি-পাতৰ কোব ক্ষান্ত হোৱা নাই, ভকতৰ হৰিধ্বনি কম পৰা নাই কিন্তু গোলাপীৰ চকু মেল নাখালে। অন্তত সকলোৰে আশা নিস্ফল হল—হায়! আজি সকলো পঢ়াশালিৰ বিশেষকৈ নিজ গাৱঁৰ পঢ়াশালিৰ লৰা-ছোৱালীৰ কান্দোন শুনি কোন থিৰে ৰব পাৰে? ঘৰে ঘৰে কান্দোনৰ উৰ্ম্মি উথলি উঠিল—সেই দিনা সকলোৰে আহাৰ বন্ধ—এঘৰ'ৰো আথললৈ জুই নগল, কাৰো ভোকৰ খবৰ নাই। শেষত আবেলি পৰত সকলোৱে গোলাপীৰ শটো আগত লৈ মূৰে কপালে হাত দি বহিল; হায়! সেই দয়া, প্ৰেম, সৰলতা আৰু জ্ঞানৰ প্ৰতিমাখান সিবিলাকে পুৰি ছাই কৰে কেনেকৈ? বয়সীয়া কিছুমানে লগলাগি নদীত গৈ এখান ভেল সাজিলে। পাছত খোল-তাল লৈ শটোৰ ওচৰত ঘোষা গাবলৈ ধৰিলে; গীতৰ ৰাগিনীত আৰু খোল-তালৰ শব্দত বহুতৰ শোক কিছু পাতল পৰিল। মৃত শ ঘাটলৈ নিলে, গোপাল কাঠৰ পুতলাৰদৰে পাছে পাছে গল—তেওঁ নিৰ্ব্বাক। শ ভেলত তুলি হৰিধ্বনি কৰি ভেল এৰি দিলে—গোপালে চাই বল কিন্তু অলপ পাছতে কবলৈ ধৰিলে—"হে পিতা ব্ৰহ্মপুত্ৰ, তুমি মোৰ সোণৰ কমলটি কলৈ নিয়া? তুমি তাপিতৰ শান্তি-দাতা, দৰিদ্ৰৰ অন্নদাতা; তুমি পৱিত্ৰ, তোমাত স্নান কৰি পাপী পাপ

ধোৱে, মৃতকৰ অস্থি নিক্ষেপ কৰি জীৱক মুক্তি "দিয়ে ; তোমাৰ কৃপাত দুই পাৰৰ লোকে দুৰ্লভ বস্তু ভোগ কৰে, যোগী-সন্ন্যাসীয়ে তোমাৰ পাৰত বহি ধ্যান কৰি সিদ্ধি লাভ কৰে, তুমি মোৰ প্ৰতি কিয় নিষ্ঠুৰ হলা দেৱ। (অলপ ৰৈ) অ, মোৰ ভুল হৈছিল—তুমি নিয়া নাই, মোৰ সোণেহে, মোৰ প্ৰাণেহে কিবা কথাত মোক খং কৰি জলত ভাহি গৈছে। মোৰ সোণ, মোৰ বুকৰ জীউ, তুমি কি কথাত খং কৰিলা ? আন দিন দেখিলে দৌৰি ওচৰ পোৱা, আজি দেখো তুমি ঘূৰি নোচোৱা ? বুজিলোঁ, তোমাৰ অভিমান হৈছে। মই তোমাক কিমান ভাল পাওঁ বুক ফালি চালে দেখা পাবা ; আহা সোণ আহা, নাযাবা, নাযাবা মোৰে কিবা। অ, আন দিন শপতৰ নাম শুনিলে খং কৰি উঠা, আজি শপত দিয়াতো উলটি নাচালা, বাক ৰবা মোৰ বুকৰ ধন, মই তোমাৰ ৰঙা ভৰি দুটাত ধৰি কাবৌ কৰি আনোঁ," এই বুলি নদীত নামোঁতেই কিছুমানে গৈ তেওঁক ধৰিলে আৰু লগতে তেওঁক গা ধোৱাই ঘৰলৈ লৈ আহিল।

---

( ৭ )

ৰাতি বহুতলৈ বয়সীয়া লোকবিলাকে গোপালৰ লগত থাকি তেওঁক নানা বুজনি দিলে। কেইজন মান লোক গোপালৰ ঘৰতে থাকিল। ৰাতি পুৱাবলৈ কিছু পৰ থাকোঁতেই গোপাল মনে মনে গৈ নদীৰ ঘাট পালে। নদীৰ পাৰত অলপ বহোঁতেই পূবে বগা ডাঁৰ দিলে—চাৰিও-ফালে পোহৰ হৈ আহিল। গোপালে পূবলৈ মুখ কৰি নদীত নামি গল, পানী ক্রমে ককাল ভিজি ওপৰ উঠিল; এনেতে দূৰৰপৰা আহা এটা গীত ৰিণিকি ৰিণিকি তেওঁৰ কাণত বাজিবলৈ ধৰিলে; তেওঁ তাতেই ৰৈ কাণ পাতে যে, আকৌ পূৰ্ব্বৰ গীতটিকেই তেওঁ শুনিছে। গোপাল তৰত উঠিল আৰু গীতটিৰ উদ্দেশ্যে বেগা বেগিকৈ খোজ ললে। কিছুদূৰ যাওঁতে আকৌ তলৰ গীতটি তেওঁৰ কাণত পৰিল :—

"মায়াৰ নিগ্রহে মই
পৰম আতুৰ ভৈলোঁ।
প্রাণ যদুপতি জীৱন যদুপতি।
অনাথৰ নাথ হৰি
তুমি কৃপাময় বিনে
মোৰ আৰ নাহি অন্য গতি॥"

এই গীতটি গোলাপীৰ বৰ প্ৰিয় আছিল ; তেওঁ যেতিয়াই আহৰি পায় তেতিয়াই এই গীতটি আকাশৰ ফালে চাই চাই গাইছিল। গোপালে গীতটি শুনিয়েই কৈ উঠিল :—"মোৰ প্ৰাণৰ ধনে, এই গীতটি গাই মোকে মাতিছে।" এই বুলি নদীৰ পাৰে পাৰে বেগা-বেগিকৈ খোজ ধৰিলে। নৈৰ পাৰ বালিৰে ভৰা, মাজে মাজে দুই এজোপা ঝাউ আৰু মাদুৰীয়ে মাথোন বগাৰ বুকত সেউজীয়া বৰণ সানিছিল। কিছু দূৰত এজোপা বটগছ আছিল, আৰু সি দূৰৈৰপৰা ঘাঁহ বনে ঢাকা সৰু এখান টিলা পাহাৰৰ দৰে শোভা পাইছিল। গোপালে গীতৰ উমান লৈ লৈ সেই থিনি পালে গৈ। তাত তেওঁ দেখে যে, এটি কমনীয় কান্তিৰ যুবা পুৰুষে হাতত এখনি বীণ লৈ নদীৰ ফালে মুখ কৰি বহি আছে। তেওঁক দেখাত গোপালৰ শোক বিস্মৰণ হল ; তেওঁ লাহে লাহে সেই সৌম্যমূৰ্ত্তিৰ ওচৰ পাই ভাবিলে "মই এনে অনিন্দ্য মূৰ্ত্তি দেখিছিলোঁ। বুলিতো মোৰ মনত নপৰে! এনে উজ্জ্বল নয়ন, সৌম্য বদন, দেৱতাত বাজেতো আনত নসম্ভৱে! সেই মধুৰ স্বৰযুক্ত অমৃতময় গীত এই যুবাৰে ; এনে কণ্ঠৰ বাহিৰে আনৰপৰা ওলাব নোৱাৰে! গোন্ধ তেনে হলে ফুল এনে হোৱাত আশঙ্কা কি? সম্ভৱত: এওঁ মহাদেৱ—মনুষ্যৰ আকৃতিৰে ইয়াত বহি গীত গাইছে। উস্, তেওঁৰ নিশ্বাসত ঠাই ডোখৰ কেনে আমোদিত! আৰু তেওঁৰ জ্যোতিত ঘন বট পত্ৰচ্ছায়া কেনে আলোকিত হৈছে?" এই বুলি তেওঁ সেই যুবাক আঠুকাঢ়ি সেৱা কৰিলে। পুৰুষজনে তেওঁৰ ফালে এবাৰ চালে—হায়! সেই চাহনি কি ভুবন

ভুলোৱা—ফুলো ফুলৈ হোৱা মন্দাৰ কলিৰ হাঁহি! কিন্তু পুৰুষজনে গোপালক নামাতি আকৌ আপোন মনে বীণা বাদন কৰি গীত জুৰিলে—

"তোমাৰ মায়ায়ে হৰি
কপট গুণক ধৰি
মুক্তি আছে আমাক সমূলি।
গুচ'য়োক মায়া স্বামী
তোমাৰ চৰণে আমি
ভজিলোহোঁ জয় জয় বুলি ॥"

গোপাল বিভোল হল, আৰু তেওঁৰ চকু জুৰিয়ে পুৰুৰৰ মুখ-পদ্ম চুহিব ধৰিলে। গীত শেষ হলত পুৰুষজনে মাত লগালে—"জাঁতত দিয়া মাহবোৰ জাঁতৰ হেঁচাত পৰি দুফাল হয়, ডোখৰ ডোখৰ হয়, গুড়ি হয়, কিন্তু তাৰে কেইটামান জাঁতৰ শলাডালৰ আশ্ৰয়ত ৰক্ষা পৰে; সংসাৰী লোকৰ অৱস্থাও তদ্ৰূপ—সৰহ ভাগ সংসাৰ চক্ৰত পৰি লালোডিঙা হয়, জনচেৰেকে আকৌ শলাৰূপী ঈশ্বৰৰ আশ্ৰয় লৈ হেলা ৰঙে সংসাৰত জয়ী হয়। বাৰু কোৱাচোন. উৎপত্তি হলে বিনাশ নহয় নে? আৰু তুমি নিজে নমৰিম বুলি কব পাৰা নে?"

পুৰুষজনৰ কথা শুনি গোপাল আচৰিত, স্তম্ভিত আৰু মোহিত হল আৰু লগতে পত্নী-শোক মনত জাগি উঠিল; তেতিয়া তেওঁ কাকুতি ভাৱে সুধিলে—"দেৱ, আপুনি দেৱতা নে মানব?"

পুঃ—আমি সামান্য মানব হে। বাক আমাৰ কথা এৰি দিয়া, তোমাত যি সুধিলোঁ। তাৰ উত্তৰ দিয়া মাথোঁন।

গোঃ—কি উত্তৰ দিম দেৱ, মনোমত পত্নীশোক দূৰ কৰা সংসাৰীৰ পক্ষে বৰ গুৰুতৰ।

পুঃ—বাৰু তিৰোতা বুলিছা কাক, বা মোৰ জন বুলিছা কাক, সেইটো ভাবি চাইছা নে? কিছুমান ৰস, তেজ, মঙহ, শীৰ, হাড়, নাড়ী আদিৰে গঠিত হোৱা মূৰ্ত্তিটোকে তোমাৰ প্ৰিয়তম বস্তু বুলি ধৰা উচিত হৈছে নে? ৰূপত মোহ গৈ, স্পৰ্শ সুখত শৰীৰ ৰোমাঞ্চিত কৰি কাৰ সৈতে সম্মিলনৰ বাঞ্ছা কৰিব লাগে? ফুল ফুলে আৰু সৰে,—তাৰ সৌন্দৰ্য্য স্থায়ী নহয়। মাছ মাংস চুলে হাত ধোৱে, মল মূত্ৰক সততে সকলোৱে ঘিণ কৰে, এনে স্থলত সেই মল-মূত্ৰৰ আকৰলৈ মানুহৰ আগ্ৰহ দেখিলে হাঁহি নুঠেনে? তুমি ভাবিব পাৰা তোমাৰ স্ত্ৰী সংসাৰ ক্ষেত্ৰত তোমাৰ বৰ সাৰথি আছিল কিন্তু তুমি ইচ্ছা কৰিলে তেনে সাৰথি বহুত গঢ়ি লব পাৰিবা।

গোঃ—আপুনি সৰ্ব্বজ্ঞ—তথাপি কওঁ—মোৰ দাৰিদ্ৰাৱস্থাত মোৰ পত্নীয়েই আশ্ৰয়স্থল আছিল; নিৰাশ্ৰয়ত তেওঁৰ আশ্বাস বাণীয়ে মোহিনী আশাক মাতি আনিছিল, সংসাৰ ধুমুহাত পৰি ক্লান্তি বোধ কৰিলে, তেৱেঁই শান্তিৰ শীতল বিচু দিছিল; তেনে সাৰথি কেতিয়া তেনেকে গঢ়িম দেৱ।"

পুঃ—মানুহৰ অসাধ্য একো নাই—ভয়েহে অসাধ্য কৰে। তুমি তোমাৰ পূৰ্ব্বৰ একাগ্ৰতাক আশ্ৰয় কৰিলে তোমাৰ ব্ৰত সিদ্ধি নহৈ নাথাকে। চোৱা, তুমি এই অৱস্থাত কামবোৰ এৰিলে সেইবোৰ তাতে জঁয় নপৰিব নে? জীৱনৰ বসন্তকাল সদায় নাথাকে, ধৈৰ্য্য ধৰা।

গোঃ—দেৱ, মই কেনেকৈ গৈ সেই ঘৰত সোমাওঁ গৈ আৰু কাৰ্য্য ক্ষেত্ৰত বা কিৰূপে নামোঁ।

পুঃ—মানুহ নমৰা এঘৰ মানুহ বিচাৰি উলিয়াব পাৰা নে? তুমি হে মাত্ৰ সংসাৰী মানুহ!—তোমাৰ দৰে লোক অস্থিৰ হলে সংসাৰ কি হলহেঁতেন বাৰু? তুমি কেৱল তোমাৰেই প্ৰিয়জন হেৰোৱা বুলি ভাবা নে কি?

গো—দেৱ, জৰা, মৃত্যু, ভয়, ৰোগ শোকে পূৰ্ণ সংসাৰলৈ মোৰ বিতৃষ্ণা হৈছে,—মই আৰু নোভোটোঁ; আপুনিয়েই মোক চৰণত ঠাই দিয়ক।

প—চোৱা গোপাল, এই সুনীল আকাশ মোৰ চন্দ্ৰাতপ, ধৰা মোৰ শয্যা, (হাত দাঙি) এই বাহু শয্যা গুৱনি কৰা গাৰু, নদীৰ পানী মোৰ পানীয়, (আঙুলিয়াই) সেই দূৰত থকা বননীয়ে মোৰ সুস্বাদু আহাৰ্য্য ভাণ্ডাৰ। শৈশৱ কালত মাতৃ দুগ্ধ খাই যিদৰে ডাঙৰ হৈছিলোঁ এতিয়া সেইৰূপে স্বভাৱজাত ফল-মূল খাই জীৱন ধৰিছোঁ। মাতৃগৰ্ভৰপৰা যিদৰে সম্পত্তিহীন আৰু নিৰ্ভাৰ হৈ জন্ম

গ্ৰহণ কৰিছিলোঁ, এতিয়াও ঠিক সেইদৰে আছোঁ। এইবোৰত মই সন্তুষ্ট থাকিলেও সংসাৰীৰ পক্ষে ই এটা কঠোৰ শাস্তি। তুমি "ঠেকত পৰি ৰাম বুলিলে" কেনেকৈ ইয়াত তৃপ্তি বোধ কৰিবা; তদুপৰি ই তোমাৰ উপযুক্ত ক্ষেত্ৰ নহয়।

গোঃ—প্ৰভু, আপুনি প্ৰকৃতিৰ ঐশ্বৰ্য্যেৰে ঐশ্বৰ্য্যবান, দূৰ ভবিষ্যৎ আপোনাৰ হাতৰ তলাত; দুৰ্ভিক্ষ, অনাবৃষ্টি, মাৰক ৰোগ আদি ভগবানৰ কাৰ্য্যৰ কাৰণ জানি আপুনি প্ৰফুল্লিত। সাধু সঙ্গেই আপোনাৰ কৃষকৰ কাম কৰিছে—আপোনাৰ জীৱন শস্য ক্ষেত্ৰ, ঈশ্বৰ চিন্তা হালৰ স্বৰূপ, ই সদায় আপোনাৰ হৃদয় চাহ কৰিছে—হৰিনাম বীজৰূপে ক্ষেত্ৰত পৰিছে, সন্তোষৰূপ মৈয়ে ওখ চাপৰ ভাব সমান কৰিছে—দীন-হীন সাজ পিন্ধাইছে, ভক্তিয়ে সকলো শস্য গোটাইছে আৰু ভক্তবৎসল ভগৱানে আপোনাক তেওঁৰ নিৰাকাৰ হৃদয়-মন্দিৰত ঠাই দিছে। এতেকে দেৱ, এই অধমক নছলিব।

পুঃ—তুমি কোৱা কথা আংশিক ভাবে সঁচা হলেও তোমাৰ কাম বেছি পৱিত্ৰ গোপাল—কিন্তু দেখিছোঁ তোমাৰ ধৈৰ্য্যৰহে অভাব। ভগৱন্তত ভক্তি ৰাখি মায়া এৰি কৰ্ম্ম কৰাই শ্ৰেষ্ঠতম পন্থা। তুমি তাৰে উপযুক্ত; সি আমাৰ পথতকৈ বেছি ওপৰত। তদুপৰি সেই কৰ্ম্ম এৰিলে তোমাক পাপেও পৰ্শিব।

গোঃ—মোৰ যে, মন নচলে কি কৰোঁ দেৱ! আৰু আপুনি কৈছে

মায়া এৰ কৰ্ম কৰিবলৈ—সি যে মোৰ পক্ষে একেবাৰে অসম্ভৱ। যেতিয়া অবিৰাম হাই-উৰুমি উঠি থকা সংসাৰত সোমাম—নানা প্ৰকাৰ ৰোগ, শোক, দুখ, ক্লেশে মাৰোঁ, কাটোঁ, খাওঁ কৰি ভীষণ মূৰ্ত্তি ধৰি খেদি আহিব, তেতিয়া মায়াৰ মোহিনীমূৰ্ত্তিত ভোল নাগে ৰম কেনেকৈ? প্ৰভু, মোক ক্ষমা কৰক।

পুঃ—গোপাল, সংসাৰ পৰীক্ষাৰ স্থল—তাক বেয়া বুলিব নাপায়। তুমি ভাল নোপোৱা সি বেলেগ কথা। চোৱা, ঢেকি দিয়া পোৱাতীয়ে কেচুৱাক কোলাত লৈ পিয়াহ দিয়ে, দৰকাৰ হলে ওচৰৰ মানুহৰ লগত কথা কয় কিন্তু তেওঁৰ মন থাকে বাৰেতীলৈ; সেইদৰে সংসাৰীয়ে কাণেৰে ঈশ্বৰৰ কথা শুনিব, মুখেৰে নাম লব, হাতেৰে সংসাৰৰ কাম কৰিব কিন্তু অন্তৰত তেওঁৰ ৰূপ হিয়াত জিলিকাই ৰাখিব; কোৱাচোন গোপাল এনে অৱস্থাত মায়াই কেনেকৈ ওচৰ চাপিব। আৰু এটা কথা—তুমি যাক ভাল পাইছিলা, যাৰ সন্তাপত আজি তুমি জীৱন উৎসৰ্গ কৰিবলৈ পানীত নামিছিলা, সিজনৰ কৰা কাম খিনি জীৱাই থাকিলে তুমি আনন্দ নোপোৱা নে? বাৰু কোৱাচোন, তুমি আজি আঁতৰিলে তোমাৰ বিশাল কৰ্ম্ম-ক্ষেত্ৰৰ কিবা ৰব নে? তোমাৰ বা তোমাৰ প্ৰিয়তমা পত্নীৰ কিবা চিন সংসাৰত থাকিব নে? সেই নিমিত্তে আকৌ কওঁ—তুমি যোৱা; তুমি যাক প্ৰাণৰ সমান ভাল পাইছিলা, তাৰ আত্মাৰ আনন্দৰ অৰ্থে কাম কৰা গৈ—তোমালোক পুনৰ মিলিব পাৰিবা।

গোঃ—( অলপ নমতাকৈ বৈ ) দেৱ, আপোনাৰ উপদেশ এতিয়া মোৰ অমৃতময় বোধ হলেও সময়ত বৰ বিমোৰত পৰিম।

পুঃ—কোনো ভয় নাই ; তুমি যোৱা, দৰকাৰ হলে মোক মাতিবা—সংকামত কোনে সহায় নকৰে ! ভগৱন্ত চেষ্টা কৰোঁতাৰ স্বয়ং সহায়কাৰী।

গোঃ—প্ৰভু, আপোনাক ইয়াতে সদায় লগ পাম নে ?

পুঃ—ইয়ালৈ আহিব কিয় লাগিছে ! তুমি য'তে মোক বিচাৰিবা, তা'তে গৈ মই ওলাম। তুমি এতিয়া যোৱা, মোৰ স্নানৰ সময় হৈছে !

"আপোনাৰ আদেশ শিৰত ললোঁ।" বুলি গোপালে আঠু কাঢ়ি সেৱা কৰিলে। সেৱা কৰি উঠি চায় যে, পুৰুষজন তাত নাই। গোপাল আচৰিত হল আৰু চাৰিওফালে লৰালৰি কৰি বিচাৰিবলৈ ধৰিলে—পুৰুষজন কিন্তু নোলাল। পাছত গোপালে নিজে নিজে কবলৈ ধৰিলে—"হায় ! মই কি অন্যায় কৰিছোঁ, গুৰুদেৱে যে, মোক তেতিয়াই যাবলৈ আদেশ কৰিছিল।" এই বুলি বিচাৰিবলৈ এৰি নৈৰ ঘাটৰ ফালে খোজ ললে। অলপ দূৰ আহোঁতেই গোপালে তেওঁক বিচাৰি ফুৰা মানুহ লগ পালে, ঘাট পাই দেখে যে, বহুতে জাল মাৰি গোপালক নৈত বিচাৰিব ধৰিছে—গোপালক দেখি সকলো তেওঁৰ কাষ চাপিল।

---

( ৮ )

পাছ দিনাৰপৰা আকৌ পূৰ্ব্বৰ কাম পূৰ্ব্ব নিয়মে চলিবলৈ ধৰিলে; মানুহে দেখি আচৰিত হল—আৰু কানাকানি কৰি কবও ধৰিলে - "ইমান সোনকালে মানুহে শোক এৰিব পাৰে!" কিন্তু গোপালে কাকো একো নকলে ; তেওঁ পূৰ্ব্বৰ দৰে হাঁহি মুখে প্ৰফুল্ল অন্তৰে নিজৰ কাম দুগুণ উৎসাহে চলাব ধৰিলে।

বহুতে তেওঁক দ্বিতীয়বাৰ দাৰ পৰিগ্ৰহ কৰিবলৈ বন্ধুৰ উপদেশ দিলে ; গোপালে উত্তৰ দিলে—"মোৰ, এই কামেই পত্নী, কামেই মাতৃ, কামেই পিতৃ, কামেই সোদৰ বন্ধু, কাম বিনে মোৰ একো নাই। ইয়াতেই মোৰ প্ৰিয়তমাৰ ছবিটি আছে, ভগবানৰ ৰূপ আছে—তাতেই মোৰ শান্তি, আন শান্তি নালাগে। মোৰ একো অভাব নাই অসুবিধা নাই, ভগৱন্তৰ কৃপাত সদায় সকলো কামত মই শান্তি পাইছোঁ। আপোনালোকে এই শান্তিৰ শীতল পানীত বিষ ঢালিবলৈ নকব।"

প্ৰকৃততে গোপালৰ জীৱনৰ শেষ দিনলৈ শান্তি বন্ধা আছিল। তেওঁৰ অদম্য উদ্যমত নানা ঠাইত স্কুল, কাৰখানা, চিকিৎসালয়, হৰি মন্দিৰ স্থাপিত হৈছিল। তেওঁ দুখনতকৈ বেছি কাপোৰ নিপিন্ধিছিল

আৰু এসন্ধ্যা মাত্ৰ আহাৰ কৰিছিল। শেষত এদিন। শেষ দিন ভাবি গোপালে তেওঁৰ উপযুক্ত শিষ্যৰ হাতত সকলোকে সমৰ্পণ কৰিলে ; আৰু শিষ্য পুত্ৰ ও ভক্তবৃন্দক চাৰিওফালে বহুৱাই শিষ্যবৰ্গক আশীৰ্ব্বাদ দি হৰিনাম জপ কৰি কৰি হাঁহিমুখে শান্তিধামলৈ বিদায় ললে। আজি গোপাল আৰু গোলাপী নাই কিন্তু সিবিলাকৰ কৰা কামে অসংখ্য নৰ-নাৰীৰ আৰ্থিক, পৰমাৰ্থিক হিত সাধি জগতত শান্তি বিহিব ধৰিছে।

---

# দুটি পদ্ম।

"মাই! তুমি কলৈও নাযাবা মোৰ ভয় লাগে।" "তোৰ দেখো বৰ জ্বৰ, মাষ্টৰণীক মাতি আনিব পৰিলে ভাল আছিল," বুলি হীৰাৰ মাকে হীৰাৰ মূৰত হাত দি ওচৰতে বহিল। দুদিন হীৰাৰ জ্বৰ—সেই দিনা দুপৰীয়া জ্বৰ বৰ বেছি হৈছিল। আবেলি পৰত গা অলপ চেঁচা পৰা দেখি হীৰাৰ মাকে ওজা বিচাৰি ওলাইছিল; হীৰাই ভয় লাগে বুলি কোৱাত স্বৰগ ভাগি তেওঁৰ মূৰত পৰাবদৰে হল।

হীৰাহঁতৰ ঘৰ নদীৰ পাৰত—গাৱঁৰ তেনেই এমূৰত। হীৰা আৰু তেওঁৰ মাকেই তেওঁলোকৰ ঘৰৰ পৰিয়াল। ঘৰ একেটি; হীৰাৰ পিতাক থাকোঁতে তাক চাইছিল—আজি আঠ বছৰে কোনো পুৰুষ মানুহে তাত হাত দিয়া নাই; হীৰাৰ মাকে কিছুমান টকো পাত চালত দিয়াতহে কোনো প্ৰকাৰে দুয়ো মাক জীয়েক তাত থাকিব পৰা হৈছে। হীৰাহঁত জাতিত হীড়া—চৰু, হাড়ি গঢ়ি কোনো মতে পেট প্ৰবৰ্ত্তে। গাৱঁৰ মানুহ সৰহ খিনিয়েই বামুণ, বাকী খিনি কোচ আৰু কেওঁট। এই তিনি জাতিৰ মানুহে হীৰাহঁতক চুলে গা ধোৱে—চৰু, হাড়ি নালাগিলে তেওঁলোকৰ চোতাললৈ কেৱে নাযায়।

## সমাজ-কথা

দিনৰ দিনটো কিনকিনীয়া বৰষুণ ; শাওণৰ মাহ—ৰোৱনী তোলনীয়ে তালৈ পিঠি দি কঠিয়া তোলাই কঠিয়া তুলিছে—ৰোৱনীয়ে ৰুইছে। গাৱঁত আজি কেবা দিনৰেপৰা আনন্দ—লৰা ছোৱালীৰ চিঞৰঁৰ বাথৰত গাওঁ দোল্ দোপ্ হেন্দোল্দোপ্। কলিকতাৰপৰা দুজন বক্তা আহিছে—আজি কেই দিন মান সিবিলাকে গাৱঁৰ নাম ঘৰত বক্তৃতা দিছে—গাৱঁৰ সকলোৰে দেখাত মতি গতি ফিৰিছে ; দেশত স্ত্রী শিক্ষা বিস্তাৰৰ কাৰণে তিৰোতাই হাতৰ কাণৰ অলঙ্কাৰ সোলোকাই বক্তাৰ আগত দিছে ; পুৰুষে অনুন্নত শ্রেণীৰ শিক্ষাৰ কাৰণে যাৰ যি সাধ্য তাতোকৈ বেছি দিম বুলি প্রতিশ্রুত হৈছে। আৰু লৰা ডেকাবিলাকে জাতি বিভাগ মিছা—হিন্দু মছলমান এক—সকলো এক ঈশ্বৰৰ সন্তান বুলি "জয় জগদীশ হৰে" "আল্লাহু আকবৰ" আদি উচ্চাৰণ কৰি গগণ বিদীর্ণ কৰিছে।

হীৰাৰ মাকে চকুৰ পানী টুকি থাকোঁতে লাহে লাহে বেলি পৰি আহিল। তেওঁৰ ঘৰৰ দুৱাৰৰ কাণিডৰীয়াকৈ থকাত আলি বাটেদি অহা-যোৱা কৰা মানুহবিলাকক তেওঁ ভালদৰে দেখা পাইছিল, কিন্তু কাকো মতিবৰহে তেওঁৰ শক্তি নহল। কিছু পৰৰ মুৰত তেওঁলোকৰ ঘৰৰ ওচৰত থকা অধ্যাপক জনক যোৱা দেখি ভয়ে ভয়ে মাত দিলে। অধ্যাপকে আলি বাটৰ পৰাই উত্তৰ দিলে "অ, হীৰাৰ জ্বৰ হৈছে, মাষ্টৰনীক মাতি আনি নেদেখুৱা কিয় ! বর্তৃতা আৰম্ভ হৈছে, বেছি পৰ তোৰ লগত কথা হব নোৱাৰোঁ, মাষ্টৰনীক মাতি আন গৈ।" এই

বুলি চেং চেং কৰি বেগ দি তেওঁ গুচি গল।' হীৰাৰ মাকে মূৰে কপালে হাত দি বহিল—তেওঁৰ চকুৰ পানী হীৰাৰ গালত পৰাত হীৰাই মাকৰ মুখৰফালে চাই "মাই নাকান্দিবা, মই দৰৱ নোখোৱাকে ভাল হম।" বুলি কোবাত মাকৰ চকুৰ পানী আকৌ বেছিকৈ ওলাব ধৰিলে। মালতী নামে কোছৰ কন্যা এটি হীৰাৰ সৈতে একেলগে পঢ়ে। কিছু পৰৰ মূৰত হীৰাৰ মাক্কে তেওঁক আলি বাটত দেখি কলে "আইটি, অলপ পৰ হীৰাৰ লগত যদি থাকিলিহেঁতেন,—মই দৌৰি গৈ মাষ্টৰনীক মাতি আনিব পাৰোঁ। মালতীয়ে আলিতেই বৈ কলে—"তোমালোকৰ ঘৰৰ ভিতৰত মোক সোমোৱা দেখিলে আয়ে খং কৰিব; গধূলি গাও ধুব লাগিব। সৌ ৰামো আহিছে, তাকে কোৱা।"

ৰামো উৰীয়া কুলিৰ লৰা—বালিকা স্কুলৰ চৌকীদাৰ। হীৰাৰ মাকে তাক দেখাত মুখত পানী আহিল। তেওঁ দুৱাৰ মুখলৈ ওলাই ৰামোক কাবৌ কাকালিকৈ চোতাললৈ মাতি হীৰাৰ বেমাৰৰ কথা কবলৈ ধৰিলে। সি তেওঁৰ কথা আধাখিনি শুনিয়েই কৈ উঠিল—"তুমি নাকান্দিবা, মই এতিয়াই দৌৰি গৈ আইক পঠিয়াই দিওঁ গৈ" বুলি সি লৰ দিলে। ৰামোৰ লৰৰ লগে লগে বহুত পৰৰ পৰা ওন্দোল গোন্দোলকৈ থকা মেঘে হিৰ হিৰ গিৰ গিৰ কৰি ৰৰষুণ বৰষিব ধৰিলে। হীৰাৰ মাকে মাষ্টৰণী আহা অশা জলাঞ্জলি দি, তেওঁৰ নয়ন-মণিক বুকত সাৱটি ঈশ্বৰক ভাবিব ধৰিলে। হীৰাই সুধিলে—"মাই! মাষ্টৰণী আহিব?" কিছুপৰ মাকে মাতিব পৰা নাছিল, পাছত কলে—"ইমান

বৰঘৰত কোন কাৰ ঘৰলৈ আহিব আছে ! তাতে মাষ্টৰণী ধনীৰ জীয়াৰী, পানী পেক এদিনলৈ খচা নাই, সময়টোও হৈ আহিছে বেয়া,—ঈশ্বৰক ভাব, তেওঁ যি কৰে।"

তাৰ পিছত মাক জীয়েক কিছুপৰ নীৰবে থকাত আধা ভিজা হৈ থালি ভৰিৰে মাষ্টৰণী আহি হীৰাৰ কাষত থিয় দিলে। হীৰাৰ মাকে মাষ্টৰণীক তেনে অৱস্থাৰে উপস্থিত হোৱা দেখি আচৰিত হৈ ভৰিত সাৱট ধৰি কবলৈ ধৰিলে—"খৃষ্টানেই হোৱা বা মছলমানেই হোৱা তুমি দেবী ; নহলে ইমান কষ্ট কৰি এই বিধবাৰ ঘৰত তুমি পদধূলি নিদিয়া। হীৰাক তোমাৰ চৰণত সঁপি দিলোঁ ; আজিৰেপৰা তাইক তোমাৰ জী বুলি ভাবিবা। আজি আৰু মই পাগো নেপেলাওঁ—এনে দেবীক খ্ৰীষ্টান বুলি মই বাছিব নোৱাৰোঁ।" মাষ্টৰণীয়ে বলেৰে ভৰি দুখন টানি নি কলে "ছিঃ বাই, কি কৰা তুমি ! হীৰাৰ নিমিত্তে চিন্তা নকৰিবা দুই এদিনতে ভাল হব।" এই বুলি তেওঁ হীৰাৰ ওচৰতে বহি চিকিৎসা কৰিবলৈ লাগিল।

মাষ্টৰণী কলিতাৰ ছোৱালী—ঘৰ নগৰত। মিছনাৰী স্কুলত পঢ়িছিল—তাকে শুনি গাৱঁৰ মেলেকীসকলে লগ লাগি খৃষ্টান বুলি ঘোষণা কৰিছে। মাষ্টৰণীক কেৱে সামাজিক কামলৈ নিমন্ত্ৰণ নকৰে. মাষ্টৰণীও নাযায়। পোনতে মাষ্টৰণীয়ে প্ৰতিবাদ কৰিছিল, কিন্তু কেৱে পতিয়াব নোখোজা যেন দেখি পাছলৈ কবলৈ এৰিলে।

এদিন এদিনকৈ আৰু তিন দিনৰ মূৰত বক্তৃতা শেষ হইল ; ইফালে

হীৰাও উঠি লৰি ফুৰিব ধৰিলে,—হীৰা লাহে লাহে স্কুললৈ যোৱা-অহা কৰিব পাৰা হল। হীৰাৰ স্কুলৰ সঙ্গিনীসকলে হীৰাক পাই আনন্দ কৰিলে।

পূজাৰ বন্ধ হল – মাষ্টৰণী ঘৰলৈ গল। বিজয়াৰ দিনা আবেলি হীৰাই নৈত ৰৰণী বাই আছিল,—এনেতে হঠাৎ ধুমুহা বতাহ আহিল। হীৰাই চাৰিওফালে চাই দৌৰ মাৰিব খোজোঁতেই পাৰোৱাইৰ নাও এখন ডুবা তেওঁৰ চকুত পৰিল। হীৰাৰ ভৰি ঘৰলৈ নচলা হল—তেওঁ ঘাটলৈ লৰ দিলে। নৈ খন বৰ বহল নাছিল—পানীত ডুবা কিছুমান লোক সাঁতৰি, কিছুমানে নাওৰ বাৰত ধৰি পাৰত উঠিব ধৰিলে। এজন ডেকা কিন্তু উঠিব নোৱাৰি এবাৰ পানীৰ তললৈ আৰু এবাৰ ওপৰলৈ উঠি ককৃবকাব ধৰিলে। হীৰাই ডেকাৰ তেনে সঙ্কটাৱস্থা দেখি গল ফালা আটাহ ধৰিলে; তেওঁৰ চিঞৰ শুনি বহুতে ডেকাৰ ফালে চালে, কিন্তু তেওঁক তুলি আনিবলৈ কেৱে আগ নাবাঢ়িল। হীৰাই পানীত জাপ দিলে—ডেকা সেই সময়ত এশ নলমান ভটিয়াই এটা দ কুৰত পৰিছে। হীৰাই গৈ ডেকাক ধৰিলে, কিন্তু তাৰপৰা তেওঁক আনাটো তেওঁৰপক্ষে টান হৈ উঠিল। অন্তত ১৪ বছৰীয়া হীৰাই ২৫ বছৰীয়া ডেকাক জীউ মুৰ টাকি বোকোচাত ললে, আৰু লাহে লাহে ধাৰ কাটি পাৰৰ ফালে খেৱ দিলে। হেন সময়তে দৈবক্ৰমে ঘাটেৰে নাও এখন উটিগৈ সেই খিনি পালে; হীৰাই ততালিকে নাওখন ধৰি অতি কষ্টে ডেকাক তাত তুলিলে। ডেকা সেই সময়ত লাল—কাল তেওঁৰ চকু জোৰ বগা হৈ

আছিছে, পানীৰে পেট ওফন্দি গঙাটোপ যেন হৈছে। ডেকাৰ মাত নাপাই হীৰাৰ ভৰিৰপৰা মূৰলৈ গা জমজমাই গল। বতাহৰ কোবত নাও অলপ দূৰ গৈ পাৰত লাগিল। তাকে দেখি কিছুমান মানুহ দৌৰি গৈ নাৱঁৰ কাষত থিয় দিলে; আৰু তাত অলপ গুণা গঠা কৰিয়েই ডেকাক দাঙি আনি এঘৰ মানুহৰ বাটঘৰাত সোমাল। তাৰ পাছত নানাজনে নানা ক্ৰিয়া কৰাত দুঘণ্টা মানৰ মূৰত ডেকাৰ মাত ওলাল— হীৰাৰ মুখত পানী আহিল, উপস্থিত লোক সকলৰ মুখ পোহৰ হল। ডেকাক তাৰপৰা নি বাজে ঘৰ এটাৰ এখন বিছনাত শুৱাই থলে!

হীৰা ঘৰলৈ আহিল, কিন্তু অলপ দূৰৰপৰা তেওঁ তেওঁলোকৰ ঘৰৰ যি দৃশ্য দেখিলে, নিমিষতে তেওঁৰ মনৰ তৃপ্তি আঁতৰিল, আৰু সেই মুহূৰ্ত্ততে তেওঁৰ হিয়া লাজে-দুখে আৰু ভবিষ্যৎ কষ্ট চিন্তাই জুৰি পৰিল। তেওঁ অলপ সময় কিং কৰ্ত্তব্য বিমূঢ় হৈ থতমত খোৱাত মাকে মাত লগালে "তই বাজত থাকি ভালেই কৰিছিলি আই, ভিতৰত থাকা বুলিহে মোৰ চুলিৰ আগে জীউ গৈছিল।"

হী—মাই! মই যে তোমালৈ পাহৰিছিলোৱেই।

হী. মা.—মোক পাহৰ, তই ভালে থাকিলেই হয়। চাউল দুকুলিহে এনেই গল।

হী—বতাহে পেলালে বোধ কৰোঁ।

হী. মা.—যেতিয়া বতাহ মেলে, মই মাজ পথাৰত। বতাহৰ গতি দেখি মোৰ বোধ হল ঘৰ পৰিল; তেতিয়া চাউল দুকুলি ভাতে থেকেচা

মাৰি থৈ লৰ দিলোঁ। এইখিনি পাই মোৰ ভাবে ভাবে মিলা দেখি, অস্থিৰ হৈছিলোঁ, পাছত তই হৰিবাপুৰ ঘৰত থাকা বুলি শুনাতহে মোৰ গাত তত্ আহিছে। এতিয়া আৰু ইয়াত থাকি কি কৰিম—ঘৰতো পৰি চূৰ্ণাকৃত হলেই, টকো পাত কেইটাকে বুটলি থৈ ধনীবাপুৰ ঘৰলৈ যাওঁ বোল। তেওঁলোকৰ বাট ঘৰা বা চৰাত পৰি থাকিব পাৰিম।

তিনদিনৰ মূৰত ডেকা অলপ সুস্থ হল। মাষ্টৰণী ঘৰৰপৰা আহি গাওঁ পালে। হীৰা আৰু তেওঁৰ মাক এতিয়াও ধনী বাপুৰ বাট চৰাতে। গাৱঁৰ সকলোৱে এওঁলোকক সহায় কৰিব লাগে বুলি কয়, কিন্তু গাত লাগি কেৱে নধৰে। মাষ্টৰণীয়ে হীৰাহঁতৰ অৱস্থা দেখি, তেওঁ নিজেই তাৰ ভাৰ ললে; কিন্তু গাৱঁৰ মানুহে যেতিয়া হীড়াৰ পাগ থকা ঘৰৰ কাম বন গাইপতি এতোলাকৈ সোণ দিলেও কৰিব নোৱাৰে বুলি জবাব দিলে, তেওঁ অলপ বিবুদ্ধি হল। শেষত একো উপায় নেদেখি পাছ দিনা তেওঁ বৰ চাহাবলৈ খবৰ দিলে; নগৰৰ পৰা কেইজনমান বন্দুৱা লোক গল; দিন দিনেকৰ ভিতৰতে হীৰাহঁতৰ ঘৰ ভালকৈ উঠিল।

ডেকা দুদিন মান অলপ ভালকৈ উঠাৰ পাছতেই আকৌ তেওঁক গ্ৰহণীয়ে লাগ দিলে। ডেকা থকা মানুহ ঘৰ বামুণ, ডেকা জাতিত কায়স্থ আছিল। ডেকাৰ তেনে নৰিয়া দেখি গিৰিহঁতৰ আগৰ পুতো ভাব ক্ৰমে কমি আহিল, আৰু পাছত চেই নিচেই ভাৰো দেখা দিলে। হীৰা দিনৰ ভাগ সময় ডেকাৰ লগত থাকে, গধূলি হলে অনিচ্ছা স্বত্বে ঘৰলৈ যায়। ক্ৰমে গিৰিহঁতৰ বেজেৰা মাত, তই

আষাৰকৈ ডেকাৰ আৰু হীৰাহঁতৰ কাণত পৰিবলৈ ধৰিলে। দিন পলম হোৱাৰ লগে লগে গৃহস্থৰ বিষবাণ ক্ৰমে চৰা দেখি হীৰাৰ মাকে মাষ্টৰণীৰা পৰামৰ্শ লৈ ডেকাক তেঁওৰ ঘৰলৈ নিলে। ডেকা তাত প্ৰায় এমাহ মান থকাৰ পাছতহে উঠি লৰি ফুৰিব পৰা হল। পাছত এদিন ডেকাই গাৱঁৰ সকলোৰে ওচৰত ক্ষমা খুজি ঘৰলৈ গল।

লাহে লাহে শৰৎ গৈ হেমন্ত আৰু হেমন্ত গৈ শীত ঋতু পৰিল। লগে লগে উত্তেজনাত উৎপন্ন হোৱা গাৱঁৰ ক্ষন্তেকীয়া সাম্য-মৈত্ৰি ভাবো আঁতৰিল—গাঁও দুই দলত পৰিণত হল। এদল মাষ্টৰণীক ভাল পোৱা আৰু আন দল মাষ্টৰণীৰ নামত মাটিত পাঁচ কিল মাৰা। সেই সময়তে স্কুল চোৱা মেম অহাত বিপক্ষদলে মেমক এখন ডালি দি মাষ্টৰণীৰ কিছুমান নহক কথা লগালে। মাষ্টৰণী বদলি হল আৰু কিছু দিনলৈ সেই ঠাই পুৰালে হৰি বাপুৱে। মাষ্টৰণীৰ যোৱাৰ দিন চেৰেক পাছতেই হৰি বাপুৰ বাক্যবাণত হীৰায়ো স্কুল এৰিলে।

গ্ৰীষ্মৰ আৰম্ভতে কেই জাক মাম বৰষুণ হল। তাৰ পাছতেই গাৱঁত কলেৰাই ভুমুকি মাৰিলে। গাৱঁত হাহাকাৰ লাগিল। হীৰাই মাষ্টৰণীৰপৰা কিছুমান হোমিওপেথিক চিকিৎসাৰ ব্যৱস্থা শিকি লৈছিল। মাষ্টৰণী যোৱাৰ সময়ত কেই বিধমান আৱশ্যকীয় ঔষধো হীৰাক দি গৈছিল। তেঁও তাকে লৈ চিকিৎসা আৰম্ভ কৰিলে— হীৰাৰ দিনে ৰাতিয়ে ঐকান্তিক যত্নত ১৫ দিন মানতে গাঁৱত আকৌ

শান্তি দেৱীয়ে দেখা দিলে। হীৰাৰ আনন্দ কুলায় পাচিয়ে নধৰা হল—গাৱঁৰ মানুহৰ মুখতো হীৰাৰ জয় জকাৰ শেষ নোহোৱা হল।

এই সময়তে এদিন নিশা হীৰা আৰু তেঁওৰ মাকে চোতালত বহি জুৰ লৈ থাকোঁতে মাকে কলে—"সেই ডেকাজন, বাস্তৱতে বৰ আচৰিত ধৰণৰ মানুহ।"

হীৰা—কোন ডেকাৰ কথা কৈছা মাই! নগাৱঁৰ মুক্তানন্দ নে?

মা—এৰা মুক্তাই নে শুক্তাই, তাৰ কথাহে কৈছোঁ। সি নো বাৰু যাওঁতে এযাৰ আমাক ভাল কথাও কৈ যাব নোৱাৰিলে নে?

হী.—কি ভাল কথা কব মাই! তেওঁ যাওঁতে যেনে কাতৰ ভাবে "মই এতিয়া বাৰু আহোঁ" বুলি চকু চলচলীয়া কৰিছিল, তাতকৈ আৰু কি ভাল কথা কব পাৰে মানুহে! মোৰ বোধে মানুহ জন ভাল লিখা পঢ়া জনা আৰু দয়ালু।

মা—অঁ দয়ালুতো! তাৰ গু ধোলোঁ, মূত পেলালোঁ, সি ইমান দিনে আমালৈ এখন চিঠিও নিদিলে, ইয়াতকৈ নো আৰু মানুহ দয়ালু হব পাৰে জানোঁ?

হী.—মোৰ বোধে তেঁও তেনে অগুণগাঠী লোক হব নালাগে—সম্ভৱতঃ তেঁও কিবা অসুবিধাত পৰিহে আমাৰ খবৰ লব পৰা নাই।

এনেতে হৰি বাপুৰ চাকৰ এটাই তেঁওৰ হাতত এখান চিঠি দিলে। পাঠকসকলে হৰি বাপুক চিনি পায়; তেওঁ গাৱঁৰ

মেলত মেলেকী; শবাধৰ আগত পুৰোহিত, ছোৱালী স্কুলত শিক্ষয়িত্রী অভাবে শিক্ষক আৰু গাৱঁৰ ডাক ঘৰৰ এওঁ ডাকবাবু। হীৰাই চাকি এগচ আনি চিঠিখন পঢ়িব ধৰিলে :—

কলিকতা,
৪-৩-১৮

"মৰমৰ হীৰা!

তোমালোকক অশেষ কষ্ট দি অহাৰেপৰা কোনো খবৰ বাতৰি পোৱা নাই। তোমালোকে কিহবাত 'মোক বেয়া পাইছা বোধকৰোঁ, নহলে ইমানবোৰ চিঠি পাইও উত্তৰ নিদিয়াকৈ কিয় থাকিবা! তোমালোকে, বিশেষকৈ তুমি যি স্বৰ্গীয় মৰম দেখুৱাইছা, তাৰ প্ৰতিদান ইহ জনমত মই দিব নোৱাৰোঁ।—সকলো দোষ এৰিবা।

অধ্যাপকসকলৰ ব্যৱস্থামতে পিতাদেৱে মোক গ্ৰহণ কৰিব নোৱাৰাৰ কথা বোধ হয়, আগৰ কোনোবা এখন চিঠিত লিখিছিলোঁ। এতিয়া খবৰ পালোঁ হেনো পিতাদেৱক সমাজে আলাগ কৰি থৈছে। আমাৰ পৰীক্ষা কালি শেষ হল; অসমীয়াৰ ভিতৰত এইবাৰ অকল ময়েহে এম,এ,পৰীক্ষাৰ্থী। ঈশ্বৰে ভালে ৰাখিলে কাইলৈ ঘৰলৈ যাম; তাত দুই চাৰি দিন থাকি তোমালোকক চাবলৈ যাম বুলিছোঁ। মোৰ সেৱা শ্ৰীযুক্তা আয়েৰাক জানিব দিবা আৰু তুমি মোৰ আশীৰ্ব্বাদ লবা।"

তোমাৰ
শ্ৰীমুক্তানন্দ।

হী—মাই, চোৱা প্ৰতিয়াই তুমি তেঁওক বেয়া বুলিছিলা নহয়।
তেঁও চিঠি দিয়েই আছে—আমিহে কিবা কাৰণত পোৱা নাই।

হী. মা.—বুজিছোঁ এইবোৰ হৰি বাপুৰ চক্ৰান্ত। সিদিনাখন শুনিলোঁ, নগাৱঁৰপৰা দুজন লোক আহিছিল, হৰি বাপুৱে লুদাইহঁতৰ লগত যোগ দি মুক্তাক যাতে সমাজে লব নোৱাৰে তেনেকৈ এখন লিখি দিছে। বোধ হয় এই কাকতখন পোৱাৰ পাছতেই মুক্তাৰ পিতাকক এৰি থৈচে ; সংসাৰত যে কিমান ধৰণৰ মানুহ থাকে !

হী.—মই একো নবুজিলোঁ মাই !

হী, মা,—তই দেখো চিঠিত পঢ়িলিয়েই। মুক্তাই যে আমাৰ ঘৰত ভাত খাইছিল আৰু আমি তেঁওক ঘৰত ৰাখি শুশ্ৰূষা কৰিছিলোঁ, সেইবোৰ কথাৰ পৰাই মুক্তা আৰু তেঁওৰ বাপেকে এই শাস্তি ভোগ কৰিব লগীয়া হৈছে।

হী.—উস্ তেনেহলে আমি, বিশেষকৈ ময়েই সেই পাপৰ ভাগিনী হলোঁ !

হী, মা.—মাষ্টৰণী কৈছে, ইয়াত পাপ নহয়, পুইন হে হৈছে। মুক্তাৰ জাতি যাব নোৱাৰে।

হীৰাই কিন্তু অলপপৰ নীৰৱে থাকি এটা দীঘল হুমুনিয়াহ কাঢ়ি কলে—“কিবা পাপৰ ফলতহে মানুহ নীহ কুলত উপজে ?” মাকে তেওঁৰ কথাৰ একো সমিধান নিদি কলে “আই, তই ভিতৰলৈ যা, মই শৌচ কৰি আহোঁ।” এই বুলি কৈয়েই তেওঁ ফুৰা হবলৈ গল। তাৰপৰা আহি গ ধুলে, কিন্তু এখান মান তামোল খোৱাৰ পাছতেই আকৌ মুকলি ফুৰিবলৈ গল ; এইদৰে দুঘণ্টা মানৰ ভিতৰত ৪।৫ বাৰ জাৰাফুৰা হোৱাত তেওঁ লাংখাই পৰিল। ৰাতি প্ৰায় দোভাগ হৈছে —হীৰা, ছোৱালী আৰু অকল শৰীয়া—বৰ হতবুদ্ধি হৈ পৰিল। তথাপি লৰালৰিকৈ দুটা মান দৰবৰ ব্যৱস্থা কৰিলে ; কিন্তু এটাও ঠিকত নপৰিল। হীৰাই শেষত ফেন ফেনকৈ কান্দি মাকক সেকিব ধৰিলে। ৰাতি দোভাগ ডাল দি গল। লগে লগে আজলী হীৰাৰ সংসাৰ-লাখুটি জননীৰো জীৱন-প্ৰদীপ ক্ৰমে ক্ষীণ হৈ আহিল। কিছু পৰৰ পাছত মাক ধহমহকৈ উঠি কব ধৰিলে —“হীৰা, হৰিবাপুৱে তোক হিংসা কৰিব, তই অলপো ভয় নকৰিবি। তোৰ ব্যৱস্থা সেই ডেকা মহাপুৰুষে কৰিব, মই যাওঁ, তই নাকান্দিবি—ৰাতি পুৱাই আহিছে, একো ভয় নাই।” এই বুলি ধাচ কৰি তেওঁ আকৌ বিছনাত পৰিল আৰু কন্তেকতে নিদ্ৰা গল। এই নিদ্ৰাই তেওঁৰ মহা নিদ্ৰা হল। হীৰাই হুৱাউৱাৱে মুৰ আফালি কান্দিব ধৰিলে। হীৰাৰ কান্দোনৰ প্ৰতিধ্বনি নদীৰ বুকত বৈ বৈ উঠিব ধৰিলে। হীৰাৰ কান্দোন সহিব নোৱাৰি গছৰ ডালৰ পৰাই কেঁচাই মাত দিলে ধমালে, শিয়ালে সান্ত্বনা দিলে আৰু সূৰ্য্যদেৱে পুবে বগা ডাঁৰ দি সহাঁৰি দিলে।

ৰাতি পুৱাল। কেইজনীমান আদহীয়া তিৰী আহি হীৰাক আত্মা-তত্ত্বৰ বুজান দিব ধৰিলে। তাৰ প্ৰায় লগে লগে কেইজন মান পুৰুষো তাত উপস্থিত হৈ হীৰাক বেজাৰ কৰিবলৈ হাক দিব ধৰিলে। অলপ পাছতেই মৃত্যুৰ কাৰণ জানি কিছুমানে ভয়ত কিছুমানে নানা কামৰ আচিলা লগাই এজন এজনকৈ আঁতৰি গল। সেই গাৱঁৰ পৰা তিন মাইল দূৰত কেইঘৰ মান হীড়া মানুহ আছিল। কেইজন মান লোকে তেওঁ লোকক খবৰ দিয়াৰ ঠিক কৰিলে, কিন্তু তিনি মাইল বাট, যায় কোন? ই বোলে তুমি যোৱা সি বোলে তুমি যোৱা এই ৰকম কৰোঁতে কোন যায়, কেৰা তুপৰলৈ ঠিক নহল।

আগেয়ে কৈছোঁ হীৰাহঁতৰ ঘৰ এদাঁতিত,—আন কাৰো ঘৰৰ লগত তেওঁলোকৰ ঘৰৰ যোগ নাই। বাৰীৰ তিনিওফালে বাঁহ সম্মুখ খন খোলা, মাজতে ঘৰটো। তুপৰীয়ালৈ হীৰাক কেৱে সহায় নকৰা দেখি নিজৰ মুখৰ অগ্নি নিজে সুমোৱাকে হীৰাই ঠিক কৰিলে। তেওঁ কান্দিবলৈ এৰিলে - বাজত থকা খৰি খেৰ গোটাই ঘৰৰ ভিতৰতে মাকৰ ওপৰত জাপি দিলে। দোকানলৈ গৈ অলপ ঘিউ আনিলে; সেই ঘিউখিনি মাকৰ শৰ ওপৰত ঢালি দিলে। খবৰ লোৱা মানুহ, সান্ত্বনা দিয়া তিৰোতা, হীৰাৰ ঘৰ চুৱা যোৱা ব্যৱস্থা দিয়া অধ্যাপক আদি সেই সময়ত কেৱে নাছিল। হীৰাই ঈশ্বৰক ভাবি ঘৰত জুই লগাই দিলে। ঘৰত জুই লগা দেখি নৈত গা ধুই থকা লোকবিলাক দৌৰি হীৰাৰ ওচৰ পালে আৰু তেওঁক গালি ধৰিলে হীৰাই কাৰো গালিলৈ কাণ নিদিলে।

আবেলি হীৰাই ছাইবোৰ নি নদীত পেলালে আৰু ঘৰৰ ভেটিটো মচিলে। গধূলি পৰত বহুতে হীৰাক বৰকৈ ধৰাতো তেওঁ কাৰো ঘৰলৈ নগল। ঘৰৰ ধাপৰ ওচৰতে এজোপা ডাঙৰ বেল আছিল, হীৰাই গা ধুই আহি তাৰে তলত বহিল। বালিকা স্কুলৰ সেই উৰীয়া চৌকিদাৰে হীৰাৰ এনে অৱস্থা দেখি তেওঁক ৰখিলেহি।

হীৰাহঁতৰ জ্ঞাতিসকলে পাছ দিনা খবৰ পাই হীৰাৰ খবৰ লবলৈ আহিল। হীৰাক তেনে অৱস্থাত দেখি তেওঁলোকৰ বেজাঁৰ কুলায়-পাচিয়ে নধৰা হল—হীৰাক তেতিয়াই তেওঁলোকে নিবলৈ ধৰিলে, হীৰা যাবলৈ মান্তি নহল। জ্ঞাতিসকলে শেষত অইন উপায় নেদেখি, এটা জুপুৰি সজাই দিলে আৰু খোৱা বস্তু খুজি মেলি আনি দি গুচি গল।

এদিন এদিনকৈ ন দিন হল, হীৰাই এটোপা পানীও ভিতৰ নকৰিলে জ্ঞাতিসকলে দি যোৱা য'ৰে বস্তু ত'তে পৰি থাকিল। হীৰাই কাকো নামাতে—বহুতে ভাবিলে হীৰা বলিয়া হব। উৰীয়াই হলে হীৰাক এৰা নাই—দিনৰ ভাগত ২।৩ বাৰ খবৰতো কৰেই, নিশাও হীৰাৰ জুপুৰিৰ দাঁতিত পৰি থাকে। ৰামোৰ ইমান ভাব দেখি বহুতে বহুত কথা ভাবিব ধৰিলে। লাহে লাহে ভাববোৰ শব্দত পৰিণত হল—ই কাণ সি কাণকৈ সি গৈ হীৰাৰ কাণতো পৰিল। মাক মৰাৰ দহ দিনৰ দিনা আবেলি হীৰাই নদীত গা ধোলে—দহ দিনীয়া লঘোন, হীৰাই কোনো মতে পানীৰ পৰা পাৰত উঠি তাতে বহিল। এনেতে ৰামো গৈ তেওঁৰ পাছত থিয় দিলে। তাৰ অলপ পাছতে হৰি বপুৰে এজন ভদ্ৰলোকৰ সৈতে

কোনোবা কালৰপৰা আঁহি সেই খিনি পালে। হৰি বাপুৰে ভদ্ৰলোক জনক কলে "চাওক, মই আকৌ মিছা কৈছিলোঁ। বুলিছিল। এইৰ অভাৱ ভাল হলে বালিকা স্কুল কমিটোকেইতো দিব পাৰোঁ।—মোৰ জঞ্জালো কমে কথাতে আছে নহয়—"বোলে এডাৰ হাজাৰ বাৰ ধুলেও বগা নহয়।" কথা কেইষাৰ যে হীৰাকে লক্ষ কৰি কৈছে তেওঁ বুজিব পাৰিলে; হীৰাই বৰ চেষ্টা কৰিও মাত মাতিব নোৱাৰি হৰিবাপুৰ ফালে মুখ মুঘুৰালে। হৰি বাপুৰে ৰামোক কলে "তোক আৰু মই নাৰাখোঁ, তোৰ স্বভাব বৰ বেয়া হৈছে।" এইবাৰ হীৰা বৰ নোৱাৰিলে; তেওঁ তভালিকে হৰি বাপুৰ ফালে পাছ দিয়া অৱস্থাতেই থিয় হল; পাছত নদীলৈ হাত জোৰ কৰি "মাই, তোমাৰ কথা ৰাখিব নোৱাৰিলোঁ।—ডেকালৈ আৰু বাট চাব নোৱাৰিলোঁ; ক্ষমা কৰিবা" বুলি নৈত জাপ দিলে। পাছে মুহূৰ্ত্ততে হৰি বাপুৰ লগৰপৰা ভদ্ৰলোকজন তৰ্কিব নোৱাৰাকৈ গৈ "হীৰা হীৰা" বুলি হীৰা পৰা ঠাইত ধুম কৰে পৰিল। হঠাৎ এই ৰকম কাণ্ড ঘটা দেখি উৰীয়াই "মুক্তা বাবুভি ডুব গিয়া" বুলি আতাহ পাৰি উঠিল, আৰু সিয়ো লগে লগে নৈত পৰি গল। হৰি বাপুৰে কি কাৰব নকৰিব একো ঠিক কৰিব নোৱাৰি তাতে বহি পৰিল।

লাহে লাহে বেলি পৰি আহিল—হৰি বাপুৰ চকু নৈৰপৰা নিফিৰিল! আন্ধাৰে পোহৰক সাৱটি ধৰিবলৈ হাত মেলাৰ লগে লগে হৰি বাপুৰে দেখিলে—যি ঠাইত তিনিও পৰিছিল তাত পোনতে এটা

## সমা·জকথা

পদ্মফুলৰ পাত ওলাল আৰু তাৰ পাছতে এটি এটিকে দুটি পদ্মফুলৰ কণি[illegible] দেখা দিলে। সন্ধ্যাৰ মিলমিলীয়া বতাহত কলি দুটিয়ে হালি জালি পৰিব ধৰিলে। পোহৰ আন্ধাৰত লীন গল—হৰি বাপুৱে নিজৰ গা টোকে নেদেখি এটী দীঘল লুমুনীয়াহ ছা ৰি ঘৰলৈ উলাটিল।

ওঁ শান্তি শান্তি।



# ববকটকী কোম্পানীৰ প্ৰকাশিত

## উৎকৃষ্ট পুথিবোৰ :—

### ভুগোল পাঠ।

প্ৰথম ভাগ।

লেখক—শ্ৰীযুত শৰৎচন্দ্ৰ গোস্বামী বি, এ, বি, টি।

অসমীয়া স্কুলৰ তৃতীয় আৰু চতুৰ্থ মানৰ আৰু ইংৰাজী স্কুলৰ তৃতীয় মানৰ নিমিত্তে লিখা। প্ৰতি জিলাৰ আৰু প্ৰদেশৰ ম্যাপ আৰু নানাবিধ মনোৰম চিত্ৰেৰে পুথিখন ভৰপুৰ। লৰাৰ লগত কথা কোৱাৰ ছলেৰে কিতাপখন লিখা হৈছে। লৰাৰ বুদ্ধি প্ৰখৰ কৰিবাৰ অৰ্থে মাজে মাজে কৌশল কৰি এনেধৰণে প্ৰশ্ন কৰি গৈছে যে লৰাই তাৰ উত্তৰ বিচাৰিবলৈ চেষ্টা নকৰি নোৱাৰে। বেচ ॥• অনা মাত্ৰ।

( ২ )

### আসাম বুৰঞ্জী পাঠ।

লেখক—শ্ৰীযুত হৰি নাৰায়ণ দত্ত বৰুৱা

কথা কোৱাৰ ধৰণে লিখা সম্পূৰ্ণ আসাম দেশৰ ইতিবৃত্ত। ইয়াৰ এটা পাঠ পঢ়িলে পাছৰ পাঠটো পঢ়িবলৈ লৰাৰ স্বাভাৱিকে ইচ্ছা হয়। ভাষা বৰ কোমল। কেইবা খনো পুৰণি আসামৰ মেপ দিয়াত কথাবোৰ মনত ৰাখিবলৈ বিশেষ সুবিধা হৈছে। পুথি ছপা সভাই এই পুথি মঞ্জুৰ কৰাৰ আগতেই বাহিৰাকৈ বহুত পুথি বিক্ৰী হৈছিল। দাম খনে·